# শান্তি-সেনা

## ( शान्ति-सेना )

ৱিনোবা



অনুবাদক--

শ্ৰীখগেশ্বৰ ভূঞা

সৰ্ব্বোদয় প্ৰকাশন সমিতি
গুৱাহাটী।

প্ৰকাশক
শ্ৰী [illegible]গশ্বৰ ভূঁঞা
সম্পাদক
সৰ্ব্বোদয় প্ৰকাশন সমিতি
গুৱাহাটী।

দ্বিতীয় সংস্কৰণ ৩,০০
এপ্ৰিল, ১৯৬১
মূল্য ১·০০ (এটকা)

মুদ্ৰক—
নৱজ্যোতি প্ৰেছ
পাণ্ডু।

प्रकाशक
श्रीखगेश्वर भूयाँ
मंत्री
सर्वोदय प्रकाशन समिति
गुवाहाटी।

दूसरा संस्करण ३,०००
अप्रेल १९६१
कीमत १·०० अेक रूपया

मुद्रक—
नवज्योति प्रेस
पाण्डु।

# এম্বাৰ কথা

দেশৰ পৰা হিংসা-শক্তিক দূৰীভূত কৰি শান্তি-পূৰ্ণ সমাজ এখন গঠন কৰিবৰ উদ্দেশ্যেই পূজ্য বিনোবাজীয়ে শান্তি-সেনাৰ আঁচনিখন দেশ-বাসীৰ আগত দাঙি ধৰিছে। ইয়াক কৃতকাৰ্য্য কৰি তুলিব পাৰিলেহে গ্ৰাম-স্বৰাজ্যও সুৰক্ষিত হ'ব আৰু মানৱ সমাজত শান্তিয়ে বিৰাজ কৰিব।

এই আঁচনিৰ পৰিপূৰক হিচাপে প্ৰত্যেকৰ ঘৰতে সৰ্ব্বোদয়-পাত্ৰৰ ব্যৱস্থা হ'ব লাগে। সৰ্ব্বোদয়-পাত্ৰৰ অৰ্থ দুটা—(১) কোনো এটা ঢাকন থকা পাত্ৰত খোৱাৰ আগতে একো মুঠিকৈ চাউল বা দুমুঠি ধান বা এটাকৈ চুফাৰি থোৱা; (২) সৰ্ব্বোদয়ৰ কিতাপ-পত্ৰ পঢ়ি বা শুনি সৰ্ব্বোদয়ৰ পাত্ৰ অৰ্থাৎ উপযুক্ত হোৱা।

সৰ্ব্বোদয়-সেৱক জনে পাত্ৰত গোট খোৱা বস্তুখিনি বেচি স্থানীয় শান্তি-সেনাজনৰ পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে দি থাকিব। শান্তি-সেনা জনেও সেৱা-সেনা হিচাপে পাঁচ হেজাৰ জন-সংখ্যা থকা অঞ্চলটোৰ ৰাইজৰ সৰ্ব্বাঙ্গীন উন্নতিৰ অৰ্থে প্ৰত্যক্ষ সেৱাকাৰ্য্যত ৰত থাকিব।

অসমৰ প্ৰতি ঘৰতে সৰ্ব্বোদয়-পাত্ৰ ৰাখি শান্তি-সেনাৰ আঁচনি সফল কৰি তুলিলেহে আমাৰ পৰিশ্ৰম সফল হ'ল বুলি ভাবিম।

—প্ৰকাশক।

# সূচী-পত্র



## পৰিশিষ্ট ... ১৪৭—১৫১

# শান্তি-সেনা

## প্ৰেৰণা : ১ :

### সত্তাপেক্ষী জীৱন

শ-শ বছৰ ধৰি ভাৰতৰ প্ৰজা অনাথৰ নিচিনা হৈ আছিল। প্ৰায় পাঁচ কি সাতশ মান বছৰৰ আগৰ পৰা হে ভাৰতবৰ্ষত সাধু পুৰুষসকলৰ প্ৰভাৱ পৰিছে। কিন্তু তিনি-চাৰিশ মান বছৰৰ পৰা ইয়ো নাইকিয়া হ'ল। এতিয়া গোটেই জীৱন চৰকাৰৰ হাতলৈ গুচি গ'ল। আজি-কালি আমি প্ৰত্যেকটো কথাকে চৰকাৰী দৃষ্টি-ভঙ্গীৰেহে চিন্তা কৰিবলৈ লৈছোঁ। যেনে সাহিত্যৰ উন্নতি। ই এনেকুৱা এটা বিষয় যাৰ সম্বন্ধ হয়তো জ্ঞানৰ লগতেইহে আছে। খেতিৰ উন্নতি বোলা বিষয়টোত বাৰু চৰকাৰে কিছু কৰিব পাৰে। এই কাৰণে ইয়াত চৰকাৰৰ প্ৰৱেশ হোৱাটো কোনো আপত্তিজনক নহয়। কিন্তু সাহিত্যৰ উন্নতিৰ কামত চৰকাৰক কিয় লাগে? আজি যিসকল লোক নিৰ্ব্বাচিত হৈ আছিছে তেওঁলোকক জানো তেওঁলোকৰ সাহিত্য শক্তি চাইহে নিৰ্ব্বাচিত কৰা হৈছিল? তথাপি সাহিত্যৰ উন্নতিৰ কাৰণে কিবা কৰাটো সাহিত্যিক সকলে কামনা কৰে। এইটো বৰ অদ্ভুত কথা। ভাল ভাল সাহিত্যিকসকলক চৰকাৰে পুৰস্কাৰ দিয়াটো আৰু সন্মান দেখুৱাটো ৰাইজে বিচাৰে। কোনো এজন

ভাল সাহিত্যিকে যদি কোনো এজন ভাল সাহিত্যিকক পুৰস্কাৰ দিয়ে এইটো দেখিবলৈ ভাল। কালিদাসে ভৱভূতিক আৰু ভৱভূতিয়ে কালিদাসক সন্মান দেখুৱাটো উচিত। কিন্তু ভৱভূতিক সন্মান যদি ভোজ ৰজাই হে কৰিব লগা হ'ল, তেন্তে এনেকুৱা মূৰ্খৰ প্ৰমাণ-পত্ৰৰ দ্বাৰাই ভৱভূতি বা কালিদাসৰেই বা উন্নতি হ'ব কি ?

## পঙ্গু শক্তি

শিক্ষা আৰু বিজ্ঞানৰ ক্ষেত্ৰতো সেই একে কথাই। শিক্ষাৰ সম্বন্ধ আছে জ্ঞানী পুৰুষৰ লগত। শিক্ষা সংগঠন ( অৰ্গেনাইজ )ৰ কামো চৰকাৰেই হে কৰিব লাগে বুলি মানুহে ভাবে। বিজ্ঞানৰ উন্নতিও চৰকাৰেই কৰাটোকে বৈজ্ঞানিকে আশা কৰে। চৰকাৰেনো বাৰু কি উন্নতি কৰিব ? মাত্ৰ তেওঁলোকে নিৰ্দ্দেশ দিব যে "আমাক ইমান শক্তি থকা এটম বোমা এটা লাগে, সাজাঁ।" তাৰ পিচত বৈজ্ঞানিকে নিজৰ বুদ্ধি ( টেলেণ্ট ) খটুৱায় আৰু বোমা সাজে। এইদৰেই সাহিত্যিকৰ সাহিত্য-শক্তি, বৈজ্ঞানিকৰ বিজ্ঞান-শক্তি আৰু জ্ঞানীৰ জ্ঞান-শক্তি, সকলোবোৰ চৰকাৰৰ হাতত পৰি পঙ্গু হৈ পৰিছে। যি যি ঠাইত চৰকাৰৰ প্ৰৱেশ হোৱা নাই সেই সেই ঠাইকো আমি চৰকাৰক গতাই দিছোঁ। এই অনুক্ৰমেই জ্ঞানী, শাস্ত্ৰজ্ঞ আদিৰ কোনো শক্তিয়েই আজি নোহোৱা হৈ পৰিছে ।

## আত্ম-শক্তিৰ প্ৰকাশ

দুখীয়াক সহায় কৰা, ভূদান, গ্ৰাম-দান, কৃষিৰ উন্নতি আদি কামত চৰকাৰে যে কিছু সহায় কৰিব পাৰে এইটো ঠিকেই। কিন্তু আমাৰ কৰ্ম্মীসকলে যদি ভাবে যে এই সকলোবোৰ কাম চৰকাৰেই কৰক, তেন্তে

কাম কেনেকৈ চলিব? আজি আমি ছুমাহ ধৰি কেৰলত ৰ'দে-বৰষুণে ভ্ৰমণ কৰি ফুৰিছোঁ, এতিয়ালৈকে ৭৪ খন গ্ৰাম-দান পোৱা হৈছে। কিমান মন্দ গতিৰে আমাৰ কামবোৰ চলিব লাগিছে। বাবাৰ ইঞ্জিন চলি আছে বাবেই এইখিনিয়েই অন্ততঃ কাম হৈছে। এই গ্ৰাম-দানী গাওঁ-বোৰতো কাম কৰিব লাগে। ইয়াকো চৰকাৰেই কৰিব বুলি ভাবি যদি আমি হাত সাবটি বহি থাকোঁ তেন্তে কি অৱস্থা হ'ব? এই গাওঁবিলাকৰ নিৰ্ম্মাণ কাৰ্য্য চৰকাৰেই কৰিব—এনেকুৱা ভাব আমাৰ কৰ্ম্মী সকলৰ মনতো উদয় হোৱা যেন দেখিহে ময়ো কবলৈ বাধ্য হৈছোঁ। এই কাৰণে অতি শক্তিশালী কৰ্ম্মীও দুৰ্ব্বল হোৱা যেন দেখা পাইছোঁ। তিৰোতাৰ নিচিনা অৱস্থা তেওঁলোকৰো হৈছে। পতিৰ অবিহনে তিৰোতাৰ আশ্ৰয় নাই। কণা-কুঁজা যেনেকুৱাই নহওক লাগে তথাপি পতি লাগে। স্বয়ং সতী-সাধ্বী তিৰোতায়ো বিয়া নকৰায় মানে নিজৰ গাত শক্তি থকা যেন নেপায়। পতি হৈছে মদপী, সদায় তেওঁ কাণত ধৰি উঠা-বহা কৰায়। তথাপি সেই তিৰোতাজনীয়ে তেওঁকেহে আধাৰ বুলি ভাবে। তেওঁ মৰিলে কপালৰ সেন্দুৰ মচি নিৰাধাৰ হৈ পৰে। বিনা আশ্ৰয়ত যে শোভা নেপায়—এই কথাটো সচাঁকৈয়ে ভাবিব লগীয়া। কাৰ? "পণ্ডিতাঃ, বনিতা, লতা"ৰ। পণ্ডিতক ৰজাৰ, লতাক বৃক্ষৰ, আৰু তিৰোতাক পতিৰ আশ্ৰয় লাগে। কালিদাসক ভোজ ৰজাৰ আশ্ৰয় লাগে। এইদৰেই আজি গঠনমূলক কৰ্ম্মীসকলক ৰাজনৈতিক দলৰ আশ্ৰয় লগা হৈছে। যেতিয়ালৈকে সমাজৰ অন্তৰৰ পৰা এই বিচাৰ-দোষ আঁতৰি নেযাব, তেতিয়ালৈকে আমাৰ কামত সফলতাও অৰ্জ্জন কৰিব পৰা নহ'ব। এতিয়া কাম কৰি কৰি এই অভিজ্ঞতা পোৱা হৈছে যে গাৱঁৰ বাইজে ইয়াক অনায়াসে বুজিব পাৰে। এই ৭৪ খন গাওঁ সৰু-সৰু, ১০।১৫ একৰ মাটি থকা। এই গাওঁবোৰত সৰু-সৰু পৰিয়াল

আছে। আপোনালোকে যে ভাত গৈ বুজাইছিল, পিচে বুজিছিল নে নাই? তেওঁলোকে তেওঁলোকৰ শক্তি উপলব্ধি কৰিব পাৰিলেনে? এইটো বিশ্বাস হৈছে যে "আমি নিশ্চয় কিবা কৰিব পাৰো।" সন্দেহ চৰকাৰ নাই। আমি বাইজৰ ওচৰলৈ যাওঁ, ইয়াৰ তাত্বিক কথাবোৰ বুজাই দিওঁ, আৰু সেই অনুক্ৰমে ৰাইজেও দিবলৈ তৎপৰ হৈ উঠে। এয়েই হৈছে আত্ম-শক্তিৰ পৰিচয়।

## আমাৰ পূৰ্ব্ব গ্ৰহ

সম্পত্তি দানৰ কামকে ধৰক বাৰু। মানুহে ভাবে যে ধনীসকলেই হে সম্পত্তি দান দিব লাগে। "ধনীসকলে হাতৰ মুঠি মুকলি কৰিব নে নকৰে," সোধে। কিন্তু এই ধাৰণাটো ভুল। এনেধৰণৰ বৰ্গীকৰণ ঠিক নহয়। ধনীসকলৰ ল'ৰা-ছোৱালীবোৰে জানো জন্ম হৈ অহাৰ লগে লগেই অলঙ্কাৰ আদি পিন্ধি আহে? ধনী বুলি এটা জাতি নাই। দুখীয়াৰ ল'ৰা-ছোৱালী যেনেকুৱা ধনীৰ ল'ৰা-ছোৱালীও তেনেকুৱাই। দুয়ো মানুহেই। মানবীয় কৰুণা দুয়োৰে সমানে আছে। ধনীসকলৰ অন্তৰত আমি প্ৰৱেশ কৰিব নোৱাৰো জানো? কিন্তু আমাৰ যি পূৰ্ব্বগ্ৰহ (প্ৰিজিউডিচ্) আছে, সি আমাক দুৰ্ব্বল কৰি পেলায়। কিছুমান পূৰ্ব্বগ্ৰহে আমাৰ শক্তি হ্ৰাস কৰে। "আমি তেওঁলোকৰ ওচৰলৈ কেনেকৈ যাওঁ? কিজানি তেওঁলোকে আমাৰ কামত সহযোগ নকৰেই।' এনে ধৰণৰ সন্দেহ আমাৰ অন্তৰত বদ্ধমূল হোৱাৰ দৰে হৈ পৰিছে।

## ভগৱানৰ বিধান

পৃথিৱীয়ে কাৰ্ল মাৰ্ক্সৰ পৰা এটা ডাঙৰ চিন্তা-ধাৰা পাইছে। জগতত যিমানবিলাক দুখীয়া মানুহ আছে সকলো একে, তেওঁলোক জাগ্ৰত হৈ

উঠিব পাৰে। স্বাধীন হ'ব পাৰে। ইমান পৰিষ্কাৰ আৰু ইমান নিঃসন্দেহ ভাবে চিন্তা-ধাৰা কোনোবাই কেতিয়াবা জগতবাসীৰ আগত দাঙি ধৰিব পাৰিছিল জানো? "দুখীয়া নিচলায়ো নিজৰ হাতৰ শিকলি ছিঙি সৱল হৈ উঠিব পাৰে।" ইয়াৰ পৰা যথেষ্ট সুফল পোৱা হৈছে। কিন্তু তাৰ লগে লগে এটা ভুল চিন্তা-ধাৰাও মাৰ্ক্সৰ কাৰণেই আৰম্ভ হ'বলৈ পালে। আৰু সিয়েই হৈছে এই যে 'সমাজত এনে কিছুমান পুঁজিপতি আছে, যিবিলাক মানৱতাৰ পৰা বহুত আঁতৰত আৰু মানৱতাৰ বিৰোধীও। মানৱতানো কি তাক তেওঁলোকে মুঠেই চিনি নেপায়। এই কাৰণেই এতিয়া তেওঁলোকৰ বিৰুদ্ধেও এটা চিন্তাধাৰাই মূৰ দাঙি উঠিছে। এতিয়ালৈকে যি সকলে দীন-দৰিদ্ৰ হৈ জীৱন যাপন কৰিব লগা হৈছিল তেওঁলোকৰ ভিতৰত এটা প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল যে এতিয়া আৰু আমি দীন-হীন হৈ নেথাকোঁ। তাৰেই পৰিণাম স্বৰূপে প্ৰতিহিংসাৰ ভাব জাগৃত হৈ উঠিল। বাস্তৱতে আমি সকলো আইৰ গৰ্ভৰ পৰাই জন্ম হৈছোঁ। হাত-মূৰ কটা আদি নৃশংস হত্যাকাণ্ড চলোৱা কল্পনাটো কেনে বিপৰীত! এই বিচাৰধাৰাটোৱেই মানুহক এনেকুৱা কামলৈ অনুপ্ৰেৰিত কৰি তুলিছে। ভগৱানৰ পৰিকল্পনাত কিন্তু ইয়াৰ সৰ্ব্বোত্তম ব্যৱস্থা আছে। ধনীৰ ল'ৰা-ছোৱালীয়েই হওক বা দুখীয়াৰ ল'ৰা-ছোৱালীয়েই হওক, এই পৰিকল্পনাত সকলোৰে কাৰণে সমান সুবিধা আছে। কিন্তু দৰিদ্ৰৰ পৰ্ণ কুটিৰতেই জন্ম হওক বা ধনীৰ ৰাজপ্ৰাসাদতেই জন্ম হওক; দুয়োঠাইতে মাতৃৰ অমৃত ধাৰা সাক্ষাৎ প্ৰেমামৃতৰ নদী বৈ থকাৰ ব্যৱস্থা তেওঁ কৰি থৈছে। দুয়োৰে কাৰণে মাকৰ গাখীৰ একেই। এনে ক্ষেত্ৰত শ্ৰেণীৰ আৱশ্যকতা কিয়? মইতো কওঁ যে ভগৱানৰ বিধানত শ্ৰেণী (বৰ্গ) বা জাতি নায়েই। এতিয়া যি দেখা গৈছে দলবোৰ সৃষ্টি হৈ পৰিছে। এই দলবোৰ জানো আমি ভাঙিব নোৱাৰোঁ? যিটো বস্তু আমি নিজ হাতেৰে

গঢ়িছোঁ তাক আমি কিয় ভাঙিব নোৱাৰো ?

শ্ৰেণী নিৰ্ম্মূল কৰাৰ অন্যতম উপায় হৈছে "সম্পত্তি-দান"। আমি আনৰ ওচৰলৈ যেনেকৈ প্ৰেম ভাবেৰে যাওঁ, সেইদৰেই ধনীসকলৰ ওচৰলৈও যাব লাগে। ভগৱানে যেনেকৈ আইৰ স্তনত গাখীৰ সকলোৰে কাৰণে সৃষ্টি কৰিছে, সেইদৰেই মানুহৰ প্ৰেম-প্ৰীতিৰ ভাবো সকলোৰে কাৰণে হ'ব লাগে।

## মিছা ভেদ

আজি প্ৰাইভেট্ চেক্টৰৰ সম্মান লাঘৱ হৈছে। কিন্তু সৰ্ব্বোদয়বাদীয়ে ভাবিব লাগে যে ইয়াত বিপদ নিশ্চয় আছে। কাৰবাৰ প্ৰতিষ্ঠাত যদি আঘাত পৰে তেন্তে সেই আঘাত আমাৰ মনুষ্যত্বৰ ওপৰত অৰ্থাৎ সৰ্ব্বোদয়ৰ ওপৰত পৰে বুলি ধৰি ল'ব লাগে। আজি লাহে লাহে প্ৰাইভেট্ চেক্টৰ কমি যাব ধৰিছে। আৰু তাক কম কৰিবলৈ চেষ্টাও কৰা হৈছে। আজি ইটোৰ বিৰুদ্ধে সিটোৰ তুমুল প্ৰতিদ্বন্দ্বিতা চলিব লাগিছে। পাব্লিক চেক্টৰ যাতে লাহে লাহে বাঢ়ে আৰু প্ৰাইভেট্ চেক্টৰ যাতে লাহে-লাহে টুটে এনেধৰণৰ আঁচনিও কৰা হৈছে। কিন্তু এই ধাৰণাটো সম্পূৰ্ণ ভুল। আজি এটাৰ ৬০ আৰু আনটোৰ ৪০ তাৰ পিচত আকৌ দুয়োটাৰ ৫০। ৫০। এইদৰেই এটা লাহে লাহে ৭০ ৰ ফালে, আনটো লাহে লাহে ৩০ ৰ ফালে বঢ়া-টুটা হৈ যাব ধৰিছে। অৰ্থাৎ যেতিয়া পাব্লিক চেক্টৰ ১০০ হ'ব, তেতিয়া প্ৰাইভেট্ চেক্টৰ শূণ্য হব। আমাৰ কল্পনা অনুসৰি ইহঁত দুটাৰ ভিতৰত কোনো ভেদ নাই। আমাৰ মতে সমাজত ইহঁত দুয়োটাই চেণ্ট্ পাৰ্চেণ্ট্ (শতকৰা এশই) হ'ব লাগে। তাৰ মানে পাব্লিক চেক্টৰো শতকৰা এশ আৰু প্ৰাইভেট্ চেক্টৰো এশই হ'ব লাগে। দেশত আজি পাব্লিক চেক্টৰেই বাঢ়িব লাগেনে, নাই প্ৰাইভেট চেক্টৰহে বাঢ়িব

লাগে, এই লৈ আলোচনা চলিবই লাগিছে। কেশত পতি বেছি হ'ব লাগেনে, পত্নী বেছি হব লাগে এনেকুৱা আলোচনা জানো চলে? ধৰি লওক পত্নী বেছি হ'ল, পতি কম হ'ল তেতিয়া? আকৌ সেইদৰেই যদি বাপেক কম হয়, ল'ৰা-ছোৱালী বেছি হয় তেতিয়া কি হ'ব? পিতা চেক্টৰ কিমান আৰু পুত্ৰ চেক্টৰ কিমান? এনেকুৱা হ'লে বাপেক-পুতেকহঁতৰ অৱস্থা কি হ'ব? হাতেৰে যিটো কাম হয় সি আঙুলিৰে ও হয়। এই দুয়োটাৰ ভিতৰত পাৰ্থক্য কিয়? আমাৰ আঙুলিবোৰ হৈছে পাব্লিক চেক্টৰ আৰু হাতবোৰ হৈছে প্ৰাইভেট্ চেক্টৰ। কিন্তু প্ৰাইভেট্ আৰু পাব্লিক চেক্টৰৰ নামত মানুহৰ ভিতৰতে বিভেদৰ সৃষ্টি কৰা হৈছে। ইয়াৰ দ্বাৰাই জানো পাব্লিক চেক্টৰৰ সন্মান বাঢ়িব? আজি বেপাৰী সকলৰ ক্ষেত্ৰত কোৱা গৈছে যে সেইগুলোক লুটাক, কিন্তু আজিৰ সমাজ গাঁথনিত আমি সৰু-ডাঙৰ সকলোৱেই প্ৰাইভেট্ চেক্টৰতেই জড়িত আছোঁ। আমি জনাত ভূদান আৰু গ্ৰাম-দানৰ কাম ইমান ব্যাপক, ইমান উচ্চ পৰ্য্যায়ৰ আৰু ইমান গভীৰ যে ইয়াৰ পৰা আঁতৰি কোনো থাকিব নোৱাৰিব। সি পাব্লিক আৰু প্ৰাইভেট্ চেক্টৰৰ ভেদ বিলোপ কৰিব। অৰ্থাৎ ব্যক্তিগত লাভ আৰু লোকহিতত কোনো পাৰ্থক্য নাথাকিব। ইয়ো আমাৰ নিষ্কাম সেৱাৰ দ্বাৰাই হে সম্ভৱ হ'ব।

## অহিংসাত পাৰ্টীৰ স্থান নাই

ৰোগী শয্যাত পৰি থকা অৱস্থাত আমাৰ মনত যিটো ভাবৰ উদয় হৈছিল, সিয়েই হৈছে "এটা বিৰাট শান্তি-সেনা দল সংগঠন" কৰা। এই সেনাসকল এনেকুৱা হ'ব লাগে যি নিৰন্তৰ ঘূৰি ফুৰি বাইজৰ সেৱাত আত্মনিয়োগ কৰিব, ৰাইজৰ ওপৰত নৈতিক প্ৰভাৱ বিস্তাৰ কৰিব আৰু হিংসাক কেতিয়াও আগবাঢ়িবলৈ সুবিধা নিদিব। অলপতে বোম্বাইৰ

কেইজনমান কৰ্মীয়ে মোৰ লগত দেখা কৰিবলৈ আহিছিল। বোম্বাইত ১০।২০ জন মান কৰ্মী মজুত আছে। 'বোম্বাই মহানগৰীক ৱাৰ্ড হিচাপে বিভক্ত কৰি তেওঁলোকে সেৱাৰ কামত ব্ৰতী হ'ব খুজিছে। আমি তেওঁলোকক কৈছিলোঁ। যে তাত অতি কমেও এহেজাৰ কৰ্মী থাকিব লাগে। এইটো নিচেই কমকৈহে কোৱা হৈছে। বোম্বাই মহানগৰীৰ জন-সংখ্যা ৩০ লাখ। এহেজাৰ কৰ্মী ওলালে প্ৰতিজনৰ ভাগত তিনি হেজাৰকৈ মানুহ পৰিব। তিনি হেজাৰ মানুহৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিব পাৰিলে সমাজত শান্তি-শৃঙ্খলা কিছু পৰিমাণে অটুট ৰাখিবলৈ সমৰ্থবান হ'ব পাৰিব। এই দৰেই কমেও এহেজাৰ কৰ্মী কেৱলতো থাকিব লাগে। ইয়াতকৈয়ো যদি কম কৰিব খোজে তেন্তে প্ৰত্যেক জিলাৰ কাৰণে ১০০ কৰ্মীতকৈ কম হ'ব নেলাগে। এই কৰ্মীসকলক ভালদৰে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। এওঁলোকক ভাব-ধাৰা এনে হিচাপে বুজাব লাগে, যাতে সত্তা বা ক্ষমতা সম্পূৰ্ণ ৰূপে বিলোপ কৰি দিব পাৰি। যেতিয়ালৈকে মানুহৰ, ক্ষমতাৰ প্ৰতি লোভ থাকিব, তেতিয়ালৈকে সমাজত শান্তি শৃঙ্খলায়ো বিৰাজ কৰিব নোৱাৰিব। এনেধৰণৰ 'শান্তি-সেনা' গোটেই ভাৰততে হ'ব লাগে। প্ৰাইভেট্ চেক্টৰৰ কাৰণে এইটো বৰ বিশেষ ভাবে চিন্তা কৰিব লগীয়া কথা। এনেকুৱা পৰিকল্পনা জানো চৰকাৰে কৰিব পাৰিব? কৰিলেও তেওঁলোকে তেতিয়াহে কৰিব পাৰিব, যেতিয়া তেওঁলোক সৈন্যৰ পৰা মুক্ত হ'ব। তেতিয়া তেওঁলোকে নিজেও মুক্তি পাব। এই কাম ৰাইজে নিজেই কৰিব লাগিব। কোনো ৰাজনৈতিক দলে এই কাম কৰিব নোৱাৰিব। বহুতো মানুহৰ অন্তৰত এটা ভুল ধাৰণাই ঠাই পাইছে। কিছুমানে ভাবে যে ৰাজনৈতিক দলবিলাক শান্তি আৰু অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত। কিন্তু তাবে আলম লৈ আমি পাৰ্টিবোৰ সংগঠিত কৰি তুলিবলৈ বিচৰা নাই। সমাজত অহিংসা আৰু

শান্তি প্ৰতিষ্ঠিত হৈ থকাটো আমি কামনা কৰোঁ। "আগত এটা পাৰ্টী আছেই, আমাৰ দ্বিতীয় পাৰ্টীও আছে। তুমি মোৰ নহয়, তেওঁহে মোৰ।" এনেকুৱা ভেদ ভাব য'ত থাকিব, তাত অহিংসা কেনেকৈ তিষ্ঠিব?

'শান্তি-সেনা'ৰ সৈনিকসকল 'সত্যাগ্ৰহৰ' কাৰণে প্ৰস্তুত হ'ব লাগে। সত্যাগ্ৰহীসকলৰ অন্তৰ অনুশাসনত বাধিবলৈ হলে অহিংসাৰ বাহিৰে অন্য উপায় একো নাই। সত্যৰ বাহিৰে যদি অন্য কোনো ক্ষমতাই (সত্তা) আমাৰ ওপৰত অধিপত্য চলাব খোজে তেন্তে আমি সত্যাগ্ৰহী হ'ব নোৱাৰোঁ। এনেকুৱা সত্যাগ্ৰহী এই কৰ্ম্মীসকলৰ মাজৰ পৰাই ওলাব লাগে। এইখিনি কাম কৰাটো আমাৰ নিতান্ত প্ৰয়োজন। এনেকুৱা এটা শক্তিশালী চিন্তা-ধাৰা কন্যাকুমাৰীত থাকোঁতে মোৰ মনত উদয় হয়। এই নশ্বৰ দেহ লৈ মই এই কামত কিমান দূৰ আগবাঢ়ি যাব পাৰিম সেইটো ক'ব নোৱাৰোঁ। তথাপি ঈশ্বৰৰ যদি ইচ্ছা হয় তেন্তে এইকাম সম্পূৰ্ণও হ'ব পাৰে। এই কথাখিনি মই আজি আপোনালোকৰ আগত দাঙি ধৰিছোঁ। আমি প্ৰথমে কেৰল প্ৰদেশত যাতে শান্তি-সেনাৰ দল এটা গঠন কৰিব পাৰোঁ তাৰ কাৰণে আপোনালোক সাজু হওক। শান্তিৰ সময়ত সমাজ-সেৱা, গ্ৰাম-দান আদি প্ৰাপ্ত কৰা আৰু অশান্তিৰ সময়ত নিজৰ প্ৰাণ উচ্ছৰ্গা কৰিও শান্তি স্থাপন কৰা—এই খিনিয়েই হৈছে সেনাৰ কাম। এই কাৰণে সেই সেই ক্ষেত্ৰৰ সেৱা কৰিব পৰা সেৱকৰ প্ৰয়োজন। এই নিষ্কাম সেৱাৰ দায়িত্ব আপোনালোকে ল'ব লাগে।

কোজীকোড়

১১-৭-'৫৭

## প্ৰতিবোধী প্ৰেম : ২ :

জন্মৰ পৰা মৃত্যু পৰ্য্যন্ত এইখিনি সময়ৰ ভিতৰত সকলো ঠাইতে আৰু প্ৰতি মুহূৰ্ত্ততে প্ৰেমৰ অনুভূতি হয়। এইদৰেও ক'ব পাৰি যে মানুহ প্ৰেমৰ বলতেই জন্ম হৈছে, মৰিছে আৰু প্ৰেমতেই লীনো হৈছে । প্ৰেমৰ ইমান ব্যাপক অনুভূতি মানুহৰ হয়। তথাপি দেখোন প্ৰেমৰ শক্তি সৃষ্টি নহয়? এই বিষয়ে আমি কোৰীকোড়ত বিভিন্ন দৃষ্টিকোণেৰে আলোচনা কৰি আহিছোঁ। আজি আকৌ অন্য এটা দৃষ্টিকোণ আপোনালোকৰ আগত দাঙি ধৰিম।

### প্ৰতিবিম্বিত প্ৰেম

প্ৰেমৰ শক্তি কিয় সৃষ্টি নহয়? কিয়নো আমাৰ প্ৰেম অনুবোধী। অৰ্থাৎ যি আমাক মৰম-চেনেহ কৰে, আমিও তেওঁলোককহে মৰম-চেনেহ কৰোঁ। এনে কৰাৰ পৰা শক্তিৰ সৃষ্টি নহয়। এনেকুৱা দেখোন অন্যান্য জীব-জন্তুৱেও কৰে। গৰুৰ ওচৰলৈ যদি আপুনি ঘাঁহ লৈ যায় তেন্তে গৰুৱেও আপোনাৰ ওচৰলৈ প্ৰেমত অভিভূত হৈ আহিবই। গৰুৰ গাত যি প্ৰেম আছে তাৰ দ্বাৰাই শক্তিৰ সৃষ্টি হ'ব নোৱাৰে, কিয়নো আপোনাৰ মৰম দেখিহে গৰুৰ গাত অনুবোধী প্ৰেমৰ সৃষ্টি হয়। আচলতে প্ৰতিবোধী প্ৰেমৰ উদ্ভৱ হ'লেহে শক্তিৰ সৃষ্টি হব পাৰে। কোনো লোকে আমাক হিংসা-খিয়াল কৰা সত্ত্বেও যদি আমি তেওঁলোকক মৰম-চেনেহ কৰোঁ তেতিয়াহে শক্তিৰ বৃদ্ধি হ'ব পাৰে। শিশুৱে মাকক ভাল পায়। কিয় ভাল নেপাব? মাকেতো তাক স্তন পান কৰায়। তাক লালন-পালন কৰে কাৰণেই মাকৰ সেৱাৰ প্ৰত্যুত্তৰ স্বৰূপে শিশুৱে ভাল পোৱা হয়। কিন্তু এনেকুৱা মৰম-চেনেহ যিমানেই নহওক তাৰ দ্বাৰাই শক্তিৰ

বৃদ্ধি হ'ব নোৱাৰে। প্ৰেমৰ বিনিময়ে প্ৰেম, হিংসাৰ বিনিময়ে হিংসা, ভয়ৰ বিনিময়ে ভয়—এইবিলাক হৈছে জাতিৰ প্ৰক্ৰিয়া। ছাগলীৰ পৰা যেনেকৈ ছাগলী জগে, বাঘৰ পৰা বাঘ জগে সেইদৰেই অনুবোধী প্ৰেমৰ পৰাও অনুবোধী প্ৰেমৰ সৃষ্টি হয়। ই বীজ-ফল-ন্যায়ৰ প্ৰক্ৰিয়া। প্ৰেমৰ আগত প্ৰেমৰ প্ৰকাশ হোৱাটো হৈছে প্ৰেমৰ স্বাভাৱিক ধৰ্ম্ম। ধৰক যেনিবা এখন আৰ্চী আছে, তাৰ আগত যদি কোনো বস্তু দাঙি ধৰা হয় তেন্তে সেই বস্তুটোৰেই প্ৰতিবিম্ব তাত দেখা যাব। আৰ্চীয়ে ছবিটো তৈয়াৰ নকৰে, মাত্ৰ প্ৰতিবিম্বটোহে প্ৰকাশ কৰে। সেইদৰেই যদি আমাক কোনোবাই মৰম কৰে, তেন্তে আমিও তেওঁলোকক মৰম কৰোঁ। তেতিয়া সেই মৰম-চেনেহ প্ৰতিবিম্বৰ নিচিনা হয়। সন্মুখত হিংসা বিদ্যমান থকা সত্বেও যদি আমি মৰম কৰিয়েই থাকোঁ তেতিয়াহে সেই প্ৰেমত শক্তিৰ সৃষ্টি হ'ব। মাকে সন্তানক মৰম কৰে আৰু সন্তানে মাকক মৰম কৰে, ইয়াৰ দ্বাৰাই প্ৰেমৰ শক্তি সৃষ্টি নহয়। যেতিয়া আমি শত্ৰুকো মৰম-চেনেহ কৰিবলৈ ধৰিম, তেতিয়াহে প্ৰেমৰ প্ৰকৃত শক্তি ফুটি ওলাব।

## আক্ৰমণকাৰী প্ৰেম

যিশুখৃষ্টই এইটো পৰিষ্কাৰকৈ কৈ গৈছে, "তোমালোকে নিজৰ শত্ৰুকো মৰম কৰিবা।" এই একেটা কথাকে আন বহুতেই কৈছে, কিন্তু ইমান স্পষ্টকৈ কোনেও কোৱা নাছিল। এইটো কোৱা হলে হৈছে, কিন্তু কামত কোনেও খটোৱা নাই। এই ডাঙৰ ডাঙৰ দেশ কেইখনেও ইখনে সিখনলৈ ভয় কৰে, কিয়নো ইখনে সিখনক দোষ দিয়ে। তেওঁলোকে এই কাৰণেই হিংসাৰ আগত প্ৰেমৰ প্ৰয়োগ কৰিব পৰা নাই; বৰং যেৰৰ লগত প্ৰেমৰ প্ৰকাশ হোৱাটোক তেওঁলোকে অব্যৱহাৰিক বুলিহে ভাবে। যদি আমি

প্ৰেমৰ শক্তি সৃষ্টি কৰিব খুজিছোঁ। তেন্তে হিংসাৰ বিনিময়ে প্ৰেম কৰাৰ কলা আমি শিকিব লাগে। এইটো আমি প্ৰমাণ কৰি দেখুৱাব লাগিব। ভূদান, গ্ৰাম-দান আন্দোলনৰ মূলতো এই ভাব-ধাৰাই নিহিত আছে।

আজি সমাজত নানা ভেদ ভাবৰ সৃষ্টি হৈছে। কিছুমান ভূমিহীন আৰু কিছুমান মাটিৰ গৰাকী আছে। ভূমিহীনে মাটি পাব লাগে। মাটিৰ মালিকী স্বত্ব লোপ হব লাগে। মাটিৰ গৰাকী সকলক আমি কওঁ যে আপোনা-লোকে মাটীবোৰ দানত দি দিয়ক। ভূমিহীন সকলৰ লগত প্ৰেমৰ দোলেৰে এনে হিচাপে বান্ধ খাই পৰক যাতে তেওঁলোকৰ অন্তৰত কোনো প্ৰকাৰৰ সন্দেহ আৰু ভয় তিষ্ঠি থাকিব নোৱাৰে। দান যদি দিব খুজিছে তেন্তে ভাব-ধাৰা বুজি লৈহে দিব দাবী. কৰিলে নিদিব। কোনো, এজনে যেনিবা আপোনাৰ থঁৰা কামিজ চোলাটো বিচাৰিছে। দাতাই ক'ব, তোকনো এটা চোলা দিলে কি হ'ব? তাৰে তোৰ দেখোন জাৰেই নপলাব? গতিকে এই থঁৰা কামিজটোৰ লগতে এই কোটটোও ল। এয়ে হৈছে হিংসাৰ জীৰ্ণকাৰী আৰু আক্ৰমণকাৰী প্ৰেম। ই যেতিয়া প্ৰকাশ হৈ উঠিব তেতিয়াহে শক্তিৰ সৃষ্টি হ'ব। এই কথাখিনি ভালকৈ উপলব্ধি কৰি যেতিয়া মানুহ ভূদান, গ্ৰাম-দান আদি লৈ আহিব, তেতিয়া এনে-কুৱা শক্তি প্ৰকাশ হৈ উঠিব যাৰ প্ৰভাৱ গোটেই পৃথিৱীতে বিয়াপক হৈ পৰিব।

## একপক্ষীয়া নিৰস্ত্ৰীকৰণ

হিন্দুস্থান আৰু পাকিস্থানৰ সমস্যানো ক'ত সমাধান হ'ল। ভাৰতবৰ্ষ হৈছে এখন বিশাল দেশ। তাৰ তুলনাত সৈন্যৰ খৰচ বাঢ়িছে। পাকিস্থানে ভয় কৰিছে। তেওঁলোকে ভাবে আমাৰ শক্তি বাঢ়িব

লাগে আৰু সেই বাবেই তেওঁলোকে নিজৰ শক্তি বঢ়াব খুজিছে। ভাৰত-বৰ্ষৰ সৈন্য বিভাগত ২-২॥ কোটিলৈকে টকা খৰচ হয়। এতিয়া ইমান বিৰাট খৰচ কিয় কৰিব লাগে? কিয়নো আগত ভয় আছে। ইয়াৰেই প্ৰতিক্ৰিয়া স্বৰূপে পাকিস্থানেও নিজৰ খৰচ বঢ়াইছে। এইদৰে শক্তিৰ প্ৰকাশ নহয়। আনে ভয় কৰিলেও যেতিয়া আমি নিৰ্ভয় হৈ থাকিব পাৰিম, তেতিয়াহে শক্তিৰ সৃষ্টি হ'ব। পাকিস্থানে যদি ২০০ কোটি টকা সৈন্য বিভাগত খৰচ কৰে, তেন্তে হিন্দুস্থানে ক'ব আমি সৈন্য বিভাগৰ খৰচ কম কৰি ১৫০ কোটিত পেলাওঁগৈ। আমি সৈন্য-সামন্ত কমালে জানোচা পাকিস্থানে আক্ৰমণ কৰে। এইদৰে ভবাৰ অৰ্থ এয়েই হ'ব যে আজি জগতত কি চলিছে তাৰ জ্ঞান আমাৰ অলপো নাই। ইংলণ্ডৰ নিচিনা এখন শক্তিশালী দেশে ইজিপ্তৰ ওপৰত আক্ৰমণ চলালে। ইজিপ্ত খনি হৈছে এখন সৰু দেশ! এই সৰু দেশ খনিয়ে এটা ধ্বনি তুলিলে। কিহৰ বলত এওঁলোকে এই ধ্বনি তুলিবলৈ সাহ কৰিলে? আজি পৃথিৱীত এটা কন্সাচ্‌নেচ (চেতনা) তৈয়াৰ হৈ উঠিছে। ফল স্বৰূপে পৃথিৱীৰ চুকে-কোণে এই সমবেদনাৰ ধ্বনি কেওপিনে বিয়পি পৰিছে। ইয়াৰ পৰাই ইজিপ্তে বল পাইছে। এই কাৰণে আনে যিহকে কৰক বা নকৰক ভাৰৈ নেচাই যদি কোনো দেশে নিজৰ সৈন্য-সামন্ত কমায়, তেন্তে তাৰ দ্বাৰাই শক্তিৰ সৃষ্টি হ'ব তাত কোনো সন্দেহ নাই।

## অন্ধ বিশ্বাস

এইটো ব্যক্তিগত জীৱনত হৈছেও। যি মানুসকলক হিংসা কৰিছিল, তেওঁৰ প্ৰতিও তেওঁলোক যথেষ্ট সদয় হৈছিল। তাত তেওঁলোকৰেইহে জয় হৈছিল। কিন্তু সামূহিক বা ৰাষ্ট্ৰীয় হিচাপে প্ৰেম প্ৰকাশ কৰাৰ কাম এতিয়াও হৈ উঠা নাই। যেতিয়ালৈকে আমি প্ৰেম-শক্তিৰ দ্বাৰাই

সমাজৰ সকলোবোৰ সমস্যা, সমাধান কৰিব নোৱাৰিম, তেতিয়াহ'লেকে ই হৈ হুঠিবও। এতিয়ালৈকে আমাৰ এইটোত দৃঢ় বিশ্বাস আছিল যে সমাজৰ যি কোনো সমস্যাই নহওক তাক হিংসা বা চৰকাৰী শক্তিৰ দ্বাৰাই হে সমাধান কৰিব পাৰি। চৰকাৰী শক্তি মানে তেওঁলোকৰ হাতত থকা সৈন্য-শক্তি। মুঠতে হিংসাৰ দ্বাৰাই হে সমস্যা সমাধান হ'ব বুলি মানুহৰ বিশ্বাস আছিল। মানি ল'লো বাৰু হিংসাৰ দ্বাৰায়েই সমস্যা সমাধান হ'ব; কিন্তু হিংসাৰ দ্বাৰাই সমস্যা সমাধান হোৱা এতিয়ালৈকে আমি ক'তো দেখা নাই।

## প্ৰেমৰ শক্তি

এই বিষয়ে মানুহে কয় যে ইয়াত হিংসাৰ কোনো দোষ নাই। আমাৰেইহে দোষ। কিয়নো যিমান হিংসা কৰা হৈছিল, তাতোকৈয়ো বেছি হিংসা কৰিব লাগিছিল। কোনোৱে কোনো কোনো ৰাজ্যক আক্ৰমণ কৰিছিল যদিও তেওঁলোক হাৰিছিল। হাৰোঁতা সকলে ভাবিছিল যে আমাৰ সৈন্য তেওঁলোকতকৈ কম আছিল বাবেই হাৰিব লগা হৈছিল, গতিকে এতিয়া সৈন্যৰ সংখ্যা বঢ়াব লাগে। তাৰ পিচত তেওঁলোকে আকৌ আক্ৰমণ চলায়। এইবাৰ আনটো পক্ষ হাৰিল। আমি যদি এই পৰ্য্যন্ত তৰোৱাল হে ব্যৱহাৰ কৰিছিলোঁ, তাৰ পিচত তেওঁলোকে ক'ব যে আমাক বন্দুক লাগে। বন্দুক লোৱাৰ পিচত আকৌ ক'ব যে আমাক বৰটোপ লাগে। ইয়াৰ পিচত আকৌ তেওঁলোকে কব যে নহয় আমাক বোমাহে লাগে। কাৰণ বোমা হ'লে ওপৰৰ পৰা পেলাই দিবলৈ সুবিধা হব। এই দৰেই এপক্ষই আন পক্ষতকৈ বেছি শক্তিশালী অস্ত্ৰ বঢ়াই যাবলৈ ধৰিলে। তথাপিতো সমস্যা সমাধান নহয় হে নহয়। হিংসা-শক্তি কম নহয়। তাক বিজ্ঞানেও সহায় কৰিছে। কিন্তু বিজ্ঞানে পক্ষপাতিত্ব

নকৰে। হিংসাৰ দ্বাৰেই গিয়ো দুয়োটা কালকে সমানে সহায় কৰে। কলঙ্ক গিয়ো বিয়পি পৰিছে আৰু হিংসাও বিয়পি পৰিছে, আন হাতেদি সমস্যাবো সৃষ্টি হ'বই লাগিছে। এতিয়া প্ৰশ্ন হৈছে এই যে সমস্যাবোৰ সমাধান হ'ব কেনেকৈ? এতিয়া আকৌ ভাবিছে যে দাবি-ধমকিৰে হে সমস্যা সমাধান হ'ব পাৰিব। ইয়াৰ মানে যুদ্ধ হ'ব নেলাগে, কিন্তু যুদ্ধ কেতিয়া হয় কেতিয়া হয় দেখি থাকিব লাগে। এনেকুৱা শুভ মুহূৰ্ত্ত আহিব লাগে কিন্তু যুদ্ধ হ'ব নেলাগে। এইদৰেই 'ব্ৰিঙ্ক্ অব ৱাৰ পলিচি' আজি-কালি উলিয়াইছে। পিছে ইয়াৰ দ্বাৰায়ো একো নহয়। য'ত হিংসা শক্তি সকলোৰে হাতলৈ আহি পৰিছে তাত সেই শক্তিৰ দ্বাৰাই একো হ'ব নোৱাৰে। এতিয়া যদি কিবা হ'ব লগা আছে তেন্তে অহিংসা বা প্ৰেম শক্তিৰ দ্বাৰাই হে হ'ব।

## ধৰ্ম্মৰ সাৰ

মানুহে ভাবি পাৰ নোপোৱা হৈছে যে প্ৰেমৰ দ্বাৰাই নো সমস্যা সমাধান কেনেকৈ হ'ব পাৰে। অনুৰোধী প্ৰেমত শক্তি নোহোৱা হৈছে, প্ৰতিৰোধী প্ৰেমত আছে। অনুৰোধী প্ৰেম মানে নিজা শক্তি। প্ৰেমৰ বিনিময়ে প্ৰেম প্ৰকাশ কৰাটো কোনো বিশেষ কথা নহ'ব। কিন্তু দ্বেষ বা হিংসাৰ বিনিময়ে প্ৰেম প্ৰকাশ হোৱাটোহে বিশেষ মহত্বপূৰ্ণ কথা। শুনাত এই কথাটো আচৰিত যেনেই লাগে। কিন্তু আচলতে ই শক্তিৰ লক্ষণ হে। তাৰ উপযুক্ত যুক্তি আমি বিচাৰিব লাগিব। য'ত য'ত দ্বেষ প্ৰকাশ হয়, তাত প্ৰেমকো প্ৰকাশ কৰি দেখুৱাটোকে ধৰ্ম্ম বোলে। এয়েই হৈছে সকলো ধৰ্ম্মৰ সাৰ। যিমানেই ঘন ঘোৰ অন্ধকাৰ হ'ব, সিমানেই উত্তম প্ৰকাশ হ'ব লাগে। সেই দৰেই সন্মুখত যিমান দ্বেষ থাকিব, সিমান প্ৰেমো প্ৰকাশ হ'ব লাগে। ইয়াক

বুজাত একো টান নহয়। কিন্তু ইয়াক ব্যৱহাৰ কেনেকৈ কৰা হ'ব এইটোৱেই হৈছে প্ৰধান সমস্যা। এই কাৰণেই আমি শান্তি-সেনাৰ কথাটো কোৱাকোড়ত কৈছিলোঁ।

## আস্পতালৰ প্ৰয়োগ

শান্তি-সেনা মানে হৈছে নিৰন্তৰ সেৱা কৰা সেনা। কোনো প্ৰকাৰৰ ভেদ-ভাব নৰখাকৈ সেৱাৰ কামত ব্ৰতী হৈ থকা সেনা। তেওঁ প্ৰকাশ হৈ ওলোৱাৰ লগে লগেই সকলোবোৰ ভেদ ভাবকে গ্ৰাস কৰি পেলাব। যেনেকৈ সূৰ্য্যকিৰণ প্ৰকাশ হৈ ওলোৱাৰ পিচত আকাশৰ গোটেই নক্ষত্ৰ অদৃশ্য হয়, সেই দৰেই নানা প্ৰকাৰৰ ভেদ ভাব আমাৰ সেৱকসকলৰ আগত ক্ষীণ হৈ যাব লাগে। আমি যে এনেকুৱা কেতিয়াও ক'তো কৰা নাই এনে নহয়। আস্পতালতো আমি ঠিক তাকে কৰোঁ। তাত কোনো প্ৰকাৰৰেই ভেদ ভাব নেথাকে। ৰোগী যি কোনো জাতি, ধৰ্ম্ম, কিম্বা পক্ষৰেই নহওক, আৰু তেওঁ সজ্জনেই হওক বা দুৰ্জ্জনেই হওক—সকলোৰে সেৱা তাত চলেই। মূঠতে এই বুলি ভবা হয় যে তেওঁ দুঃখী। সেই সময়ত এইটো কোনেও নেভাবে যে এই দুৰ্জ্জন জন ভাল হ'লে আকৌ উৎপাত কৰিবলৈ আৰম্ভ কৰি দিব; গতিকে এওঁক ঔষধ দিয়াৰ পৰিবৰ্ত্তে বিহঁ হে খুৱাব লাগে। এইটো তাত কোনেও নকৰে। এনেকুৱা যদি কৰেই তেন্তে আস্পতালৰ ওপৰত নো কোনে বিশ্বাস ৰাখিব? আস্পতালৰ মানুহে মাত্ৰ ইয়াকে বুজে যে যি দুঃখী তেওঁক সেৱা কৰাটো আমাৰ পৰম কৰ্ত্তব্য। এই ভাৱনাকে অন্তৰত লৈয়েই আস্পতালৰ সেৱক সকলে সেৱা কাৰ্য্য কৰে। ইয়াৰ পৰিণাম ভালেই হয়। মানুহে বিশ্বাস আৰু শ্ৰদ্ধা কৰা হয়।

## কেৱল মাত্ৰ প্ৰেমহে অস্ত্ৰ

এই দৰেই দুঃখিতসকলৰ নিষ্কাম, নিস্পক্ষ আৰু নিৰপেক্ষ সেৱা কৰোঁতা এটা সৈন্যৰ দল আমি গঠন কৰিব লাগে। তেওঁলোকৰ মুখ্য ব্যৱসায় হ'ব বৈৰৰ বিনিময়ে প্ৰেম ভাব প্ৰকাশ কৰা। যি জনে মনৰমত হিংসা কৰিছে, তেওঁক প্ৰেমৰ দ্বাৰাই আলিঙ্গন কৰাটো সৰু কিম্বা সাধাৰণ কথা নহয়। এই কাৰণেই সকলোৱে ইয়াক কৰিব নোৱাৰে। কিন্তু আৱশ্যক যেন দেখিলে সেই সময়ত বাকী সকলোৱেই সহায় কৰিব। আজি এনেকুৱাই হৈছে। সৈন্যত ভৰ্ত্তি হ'বলৈ সকলো নেযায়। কিছুমান যায় বাকী সকলে সহায় কৰে। তেওঁলোকে ভাবে যে এই সৈনিকসকল আমাৰ ৰক্ষক। এই নিমিত্তেই চৰকাৰে বেছিকৈ টেক্স বিচাৰে আৰু আমিও দিবৰ কাৰণে সন্মত হওঁ। এনে ধৰণৰ সহায় কৰাটো অতি প্ৰয়োজনীয়। সেই অনুক্ৰমেই হিংসাৰ বিনিময়ে প্ৰেমৰ আক্ৰমণ চলাবলৈ সকলো প্ৰস্তুত হ'ব নোৱাৰে, কিন্তু সহায় কৰিবলৈ হলে সকলো প্ৰস্তুত হ'ব নিশ্চয় পাৰে। সেনাসকলৰ হাতত প্ৰেমাস্ত্ৰ বা স্নেহাস্ত্ৰ হে থাকিব। য'ত য'ত হিংসা, দ্বেষ আদি আছে, তাত প্ৰেমৰ দ্বাৰাই শান্তি স্থাপন কৰিব আৰু এনে ধৰণৰ সেনাক সকলোৱেই সহায় কৰিব।

## অনুকূল মনঃস্থিতি

আমি যদি ভাৰতবৰ্ষত প্ৰেমৰ শক্তি প্ৰকাশ কৰোঁ আৰু তাৰ দ্বাৰাই ইয়াৰ সমস্যা সমাধান কৰিবলৈ লওঁ, তেন্তে গোটেই পৃথিৱীয়েই উদ্ধাৰ হ'ব। প্ৰেমৰ শক্তি প্ৰকাশ হোৱাটো জানো মানুহে নিবিচাৰে? হিংসাৰ দ্বাৰাই শক্তিৰ প্ৰকাশ কেতিয়াও হ'ব নোৱাৰে, কিয়নো হিংসাই পক্ষপাতিতা নকৰে, সকলো পক্ষকে সহায় কৰে। যিটো শক্তি মূৰ্খ সি বিজ্ঞানৰ কাৰণে সকলোৱে ওচৰলৈ যাব পাৰে। এই কাৰণেই

হিংসাৰ দ্বাৰাই যে সমস্যাৰ সমাধান নহয় এইটো মানুহৰ মনলৈ পূৰা ভাবে আহি গৈছে। এতিয়া প্ৰেমক কাৰ্য্যকৰী কৰাৰ সময় আহি পৰিছে। মানুহে কৈছে যে বেদ, কোৰাণ, বুদ্ধ, যিশুখৃষ্ট আদিয়ে নোৱাৰিলে যেতিয়া এতিয়া আকৌ প্ৰেম কাৰ্য্যকৰী কেনেকৈ হ'ব পাৰিব? সেই সময়ত নোহোৱাটোত আচৰিত হ'বৰ কাৰণ একো নাই, কিয়নো সেই কালত মানুহৰ মন তৈয়াৰ হৈ উঠা নাছিল। আজি বিজ্ঞানৰ কাৰণেই মানুহৰ মনঃস্থিতি অনুকূল হৈ পৰিছে।

## ক্ষমতাৰ সীমা

মানুহে এইটোও সোধে যে ক্ষমতাৰ দ্বাৰাই সমস্যাৱলীৰ সমাধান কিয় কৰি নলয়? ক্ষমতাৰ দ্বাৰাই জানো সমস্যা সমাধান হ'ব নোৱাৰে?" ক্ষমতাৰ যোগেদি ঘিঁউ উৎপন্ন হব পাৰে, দিয়াশলাই তৈয়াৰ হ'ব পাৰে, আৰু ঘিঁউত জুয়ো জ্বলিব পাৰে। ক্ষমতাৰ জৰীয়তে বিৰাট বিৰাট অট্টালিকা উঠিব পাৰে, আকৌ সেইদৰেই ভাগি চূড়মাৰো হ'ব পাৰে। কোনো এটা ৰাজ-শক্তিয়ে যদি সৰ্ব্ববৃহৎ পুথি ভঁৰাল তৈয়াৰ কৰি তাক পৃথিৱীৰ আপুৰুগীয়া গ্ৰন্থৰাজিৰে ভৰাই থয় তেন্তে আন এটা শক্তিয়ে আকৌ তাৰে ওপৰত বোমা পেলাই ধূলিস্যাৎ কৰি দিয়ে। এনে ধৰণৰ ব্যৱসায় আমাক নেলাগে। আমি এনেকুৱা এটা নতুন শক্তিৰ বিকাশ কৰিব খুজিছোঁ যি হয়তো সকলোৰে কল্যাণকেহে কৰিব। ক্ষমতাই মঙ্গলো কৰে আৰু অমঙ্গলো কৰে। লাগে সি সংখ্যা লঘিষ্ঠতাৰে হওক বা সংখ্যা গৰিষ্ঠতাৰে হওক। ক্ষমতাই পৰস্পৰে পৰস্পৰৰ লগত বিৰোধ সৃষ্টি কৰে। ক্ষমতাৰ জৰীয়তে যে কিছু পৰিমাণে ভাল কামো হয় তাত কোনো সন্দেহ নাই; কিন্তু তাৰ দ্বাৰাই মৌলিক সমস্যাৰ সমাধান নহয় আৰু সি এনেকুৱা মনস্থাবো সৃষ্টি কৰিব নোৱাৰে যাৰ দ্বাৰাই

পৃথিৱী উদ্ধাৰ হ'ব পাৰে। এনেকুৱা শক্তিয়েই গ্ৰাম-দান আৰু ভূদানত প্ৰকাশ হ'ব ধৰিছে।

## গ্ৰাম-দানতকৈয়ো আৱশ্যকীয়

শান্তি-সেনাৰ এই ভাবটো আমি কোঝিকোড়ত প্ৰকাশ কৰিছিলোঁ। প্ৰায় ডেৰ-দুই মাহ মানৰ পৰাই সেই বিষয়ে আমাৰ চিন্তা চলি আছিল। লাহে লাহে সেই ভাব বিকশিত হৈ যাব ধৰিলে। আজি আপোনালোকৰ আগত এই ভাবটো অলপ বেলেগ ধৰণেৰে দাঙি ধৰিছোঁ। শান্তি-সেনা গ্ৰাম-দানতকৈ বেছি আৱশ্যকীয়। আমি যি শান্তি-সেনা গঠন কৰিব খুজিছোঁ তাত এটা বিৰাট শক্তি লুকাই আছে। সেই শক্তি প্ৰকাশ হ'লেই পৃথিৱীৰ সমস্যা সমাধান হ'ব।

কুন্নমঙ্গলম (কোঝিকোড়)
১৬-৭-'৫৭

## শান্তি-সৈনিক কেনেকুৱা হ'ব লাগে ঃ ৩ ঃ

আজি কিছুমান ভাইয়ে সম্পত্তি দান দিছে। তাৰে আমি প্ৰত্যেক ঠাইতে এজোনকৈ কৰ্মী নিযুক্ত কৰিব খুজিছোঁ। সেই কৰ্মী জনে জাতি, ধৰ্ম, পক্ষৰ পৰা মুক্ত হৈ সকলোৰে লগত সমান ব্যৱহাৰ কৰিব। এনেকুৱা কৰ্মীৰ এটা ফৌজ গোটেই কেৰলতে সংগঠন কৰিব লাগে। আৱশ্যক হ'লে নিজৰ প্ৰাণ পৰ্য্যন্ত দিবলৈ সাজু হৈ থাকিব লাগে। এই কাৰণে তেওঁলোক শান্তি-সেনা হ'ব। শান্তি-সেনাই সকলোৰে লগত

সমান ব্যৱহাৰ কৰিব, উচ্চ-নীচৰ ভেদ-ভাব নেৰাখিব। পানীৰ নিচিনা নম্ৰ, মৃদু, স্বচ্ছ, নিৰ্ম্মল আৰু শীতল হ'ব। পানীয়ে কি কৰে বাৰু? জ্ঞানেশ্বৰে তাৰ এটা সুন্দৰ বৰ্ণনা দিছে। পানী ইমান মৃদু যে সি চকুকো কষ্ট নিদিয়ে। তথাপি তাৰ সত্যনিষ্ঠতা ইমান প্ৰবল যে সি ইচ্ছা কৰিলে প্ৰকাণ্ড শিলকো চূৰ্ণাকৃত কৰিব পাৰে। তাৰ বিশেষত্ব হৈছে এই খিনিয়েই যে সি সন্মুখৰ জনক প্ৰহাৰ নকৰে। সি শিল ভাঙেহে। ইয়াৰ দায়িত্ব শিলৰ ওপৰতহে বেছি। পানী শিলত ঠেকা খাই ছিটিকি যায়, এই কাৰণেই পানীৰ বিপদ নাই। দেখাত পানীক হয়তো ছিটিকি যোৱা দেখা যায়, কিন্তু তাৰ মৰণ নহয়, জীয়াই থাকে। কিন্তু সি বিন্দু হ'ব পাৰে। সি অতি নম্ৰ। পিচে শিল হলে শেষত ভাগে। এইদৰেই শান্তি-সেনাৰ কৰ্ম্মী অতিশয় নম্ৰ হ'ব লাগে। তেওঁলোক অশান্তি দূৰ কৰা মানুহ যেতিয়া তেওঁলোকৰ বাণী আৰু ব্যৱহাৰৰ দ্বাৰাই যদি অশান্তিৰেই সৃষ্টি হয় তেন্তে কাম কেনেকৈ চলিব?

শান্তি-সেনাই কোনো মানুহলৈকে ভয় নকৰে এইটোৱেই হৈছে তেওঁলোকৰ প্ৰথম লক্ষণ। বেলেগ বেলেগ পাৰ্টিয়েও যাতে তেওঁলোকলৈ ভয় নকৰে তাৰ কাৰণে তেওঁলোক যত্নবান হ'ব। তথাপিও যদি কোনোবাই ভয় কৰে তেন্তে তেওঁলোকক ভালকৈ বুজাই দিব লাগে যে আমাৰ কাম সকলোবোৰ পক্ষৰ পৰা অলিপ্ত, আমি নিৰপেক্ষ সেৱা কৰোঁতা, কোনো পাৰ্টিৰ লগতেই আমাৰ সম্পৰ্ক নাই, কেৱল সৰ্ব্বোদয়ৰ কাৰণেহে আমি সদায় যত্নশীল। আৱশ্যক হ'লে আমি তাৰ কাৰণে বলিদান যাবলৈও প্ৰস্তুত আছোঁ।

পেৰীয়া (কেৰল)

১৮-৮-'৫৭

## চৰকাৰৰ স্বভাৱৰ বশৱৰ্ত্তী

আজি গোটেই পৃথিবীৰেই মূল সমস্যা হৈছে শান্তি-স্থাপনাৰ। আজি চাৰিও ফালে শান্তিৰ কাৰণে যিমান ব্যগ্ৰ হোৱা দেখা গৈছে, ইয়াৰ আগত বহুত কমেইহে হৈছিল চাগৈ। যি খন দেশ কালিলৈকে হয়তো হিংসাতেই ডুব গৈ আছিল, সিয়েই হিংসাৰ পৰা আজি মুক্তি পাব ধৰিছে। সম্প্ৰতি দেশত যদিও অস্ত্ৰ-শস্ত্ৰ বঢ়োৱা হৈছে, তথাপি হিংসাৰ পৰা কেনেকৈ মুক্তি পাব পাৰি এই বিষয়ে চিন্তা চলিয়েই আছে। অস্ত্ৰ-শস্ত্ৰনো বাক কিয় বঢ়োৱা হৈছে? স্বভাৱৰ বশৱৰ্ত্তী হৈয়েই নহয় জানো? যাৰ বিড়ী খোৱাৰ অভ্যাস আছে, তেওঁ বিড়ী খায়েই থাকে। সেইদৰেই চৰকাৰেো স্বভাৱত পৰিণত হোৱা সৈন্য-সামন্ত নহ'লে কাম নচলে বুলিয়েই ধৰি লৈছে। কিন্তু মনে মনে এই কথাটো সকলোৱেই উপলব্ধি কৰিছে যে তাৰ দ্বাৰাই বিশেষ একো লাভালাভ নহয়। যদি কিবা হ'ব লগা আছে তেন্তে এইটোৱেই হ'ব যে দৰিদ্ৰৰ হানি হ'ব আৰু জীৱন সংশোধনত বাধা আহিব। কাৰণ বেছি ভাগ পইচাই সৈন্যৰ কামত খৰচ হ'ব। যিবিলাক দেশে নিজৰ দেশত ৰক্তাক্ত বিপ্লৱ চলাইছিল তেনে দেশেও আজি শান্তিৰ কাৰণে হাবাথুৰি খাই ফুৰিছে। ইয়াৰ কাৰণ কি? এই পৰ্য্যন্ত অস্ত্ৰ-শস্ত্ৰ মানুহৰ হাতত আছিল কিন্তু এতিয়া সি মানুহৰ হাতত নাই, মানুহ হে তাৰ হাতত পৰিছে। ক'ৰবাত যদি কেনেবাকৈ বিশ্ব-যুদ্ধৰ জুই জ্বলি উঠে তেন্তে তাক কোনেও জুমাব নোৱাৰিব। যেনেকৈ বতাহ জোৰেৰে বলি থকা অৱস্থাত যদি গাৱঁৰ কোনোবা এখৰত জুই লাগে আৰু সি অতি সোনকালে গোটেই

গাৰ্হ'তে বিয়পি পৰে সেইদৰে যুদ্ধৰ ফিৰিঙতিৰ দ্বাৰায়ো ঠিক সেই একে অৱস্থাই হ'ব। এই কাৰণেই কোনো সমস্যাৰ সমাধান যুদ্ধ কিম্বা হিংসাৰ দ্বাৰাই যে নহয়, এইটো প্ৰায় সকলোৰেই বুজি উঠিছে এইটো কম কথা হোৱা নাই। এইখিনি হ'লেও আগলৈ পথ মুকলি হয়। যদি একান্তই অস্ত্ৰৰ দ্বাৰাই সমস্যা সমধান নহয় তেন্তে এনে এটা উপায় উলিয়াব লাগিব যাৰ দ্বাৰাই সকলোবোৰ সমস্যা সমাধান হ'ব পাৰে। সেই শক্তি এতিয়া প্ৰকাশ হৈ উঠিব লাগে। ঠিক তেনে ধৰণৰ উপায় কেৰলত উলিয়াব পাৰে আৰু উলিয়াব লাগেও।

আজি কেৰলৰ ফালে গোটেই পৃথিৱীৰেই দৃষ্টি আকৰ্ষিত হৈছে, কিয়নো তাত যি এটা ঘটনা ঘটিছে তেনে ঘটনা পৃথিৱীৰ কোনো ঠাইতেই ঘটা নাই। এতিয়ালৈকে পৃথিৱীত যিমান বিলাক কমিউনিষ্ট চৰকাৰ গঠিত হৈছে সেই সকলোবোৰ ৰক্তাক্ত বিপ্লৱৰ দ্বাৰাই হৈছে। কিন্তু ইয়াত যি চৰকাৰ গঠিত হৈছে সি শান্তিপূৰ্ণ উপায়েৰে বা নিৰ্ব্বাচন পদ্ধতিৰে হৈছে। এই মীমাংসা বা ঘটনাটো আমাৰ দেশৰ কাৰণে বোধপ্ৰদ। এইটো কেনেকৈ হ'বলৈ পালে? মূল কাৰণলৈ মই নেযাওঁ। মূল কাৰণ অন্য। তাতে ভাৰতৰ শক্তি লুকাই আছে।

## ভাৰতীয় খৃষ্টিয়ান আৰু ইচলাম

ভাৰতে কি কৰে? ভাৰতে পৃথিৱীৰ যি কোনো বিচাৰ-ধাৰা যেনে আছিল তেনেই নলয়। নিজৰ সংস্কাৰৰ ৰহণ তাৰ ওপৰত ঢালি দি চাই লয়। ভাৰতলৈ যি খৃষ্টিয়ানিটী আহিছিল সি ইউৰোপলৈ যোৱাৰ আগতে আহিছিল। যিশুখৃষ্টৰ মৃত্যুৰ ঠিক আঠৈকুৰি বছৰৰ ভিতৰতে সি আমাৰ দেশলৈ আহিছিল। ইউৰোপৰ মানুহে কয় যে খৃষ্টিয়ানিটী ইউৰোপৰ ধৰ্ম্ম। কিন্তু সি অকল ইউৰোপৰেই ধৰ্ম্ম নহয়। সি এচিয়া

গুথা ভাৰতবৰ্ষৰো ধৰ্ম। কিন্তু ইয়াৰ খৃষ্টিয়ানিটীৰ ওপৰত ভাৰতীয় ৰহণ লাগিছে। এই কাৰণে খৃষ্টিয়ানিটীৰ যি তত্ত্ব-জ্ঞান ইউৰোপত চলিছে, আতকৈ ভাৰতত চলা খৃষ্টিয়ানিটীৰ তত্ত্ব-জ্ঞান বেলেগ। কিয়নো প্ৰথমে যেতিয়া খৃষ্টিয়ানিটী ইউৰোপলৈ গৈছিল তেতিয়া তাৰ পৃষ্ঠভূমি এক প্ৰকাৰৰ আছিল আৰু যেতিয়া ভাৰতলৈ আহিল তেতিয়া ইয়াৰ পৃষ্ঠ-ভূমিও বেলেগ আছিল। খৃষ্টিয়ানিটী ভাৰতলৈ অহাৰ ইতি পূৰ্ব্বেই ইয়াত অনেক প্ৰকাৰৰ তত্ত্ব-জ্ঞান বিকশিত হৈ উঠিছিল। বেদ, উপনিষদ, ভাগৱৎ ধৰ্ম্ম, বৌদ্ধ, জৈন আদিৰ মতবাদ, সাংখ্য আদিৰ ষড়্‌দৰ্শন! ইমান বিশাল আৰু ব্যাপক তত্ত্বজ্ঞানৰ দৃষ্টি আমাৰ দেশত আছিল। খৃষ্টিয়ান সকল আমাৰ দেশলৈ আহোঁতে আক্ৰমণ কৰা নাছিল, মৰম চেনেহৰেই আহিছিল। চেণ্ট থমাচৰ কেইজনমান মানুহ আহিছিল। বাকী বিলাক ইয়াৰেই পুৰণা মানুহ আছিল, তেওঁলোকে ইয়াৰ পূৰ্ব্ব দৰ্শন তত্ত্ব-জ্ঞানৰ ভাল অংশটো আত্মসাৎ কৰিছিল আৰু ইয়াৰ হিন্দু ধৰ্ম্মই ইয়াৰ খ্ৰীষ্ট ধৰ্ম্মৰ ৰসো পান কৰিছিল। এই কাৰণে হিন্দু ধৰ্ম্মৰ ৰূপ সলনি হৈছিল আৰু খ্ৰীষ্ট ধৰ্ম্মৰ ৰূপো পৰিবৰ্ত্তন হ'ল।

এয়েই হৈছে ভাৰতৰ বিশেষত্ব। ভাৰতে ভাল কথাবোৰ গ্ৰহণ কৰে আৰু তাক নিজৰ ৰূপত ৰূপান্বিত কৰি তোলে। মাংসাহাৰ নকৰা ভাৰতীয় খৃষ্টিয়ান আমি বহুত দেখিছো। তেওঁলোকে কয় যে প্ৰেমৰ লগত মাংসাহাৰ খাপ নোখায়। ইউৰোপতো মাংসাহাৰ বৰ্জ্জনৰ কথা উঠিছিল। কিন্তু প্ৰাকৃতিক জীৱনৰ দৃষ্টিৰে এই কথাটো তাত এতিয়াও চলিয়েই আছে। য'ত য'ত খৃষ্টিয়ান সকলে মাংসাহাৰ বৰ্জ্জন কৰিছে তাত সেই সেই ঠাইৰ তত্ত্ব-জ্ঞানৰ প্ৰভাৱ নিশ্চয় পৰিছে। তেওঁলোকৰ নিৰামিষ আহাৰৰ মূল, ইয়াৰ তত্ত্ব-জ্ঞানত আছে। বেদ, উপনিষদ, ইয়াৰ খৃষ্টিয়ান সকলৰ ওল্ড টেষ্টামেণ্ট আৰু নিউ টেষ্টামেণ্ট ইহুদী সকলৰ

অ'ল্ড টেষ্টামেণ্ট্ প্ৰায় একেই। ইচ্লাম ধৰ্মৰ বেদিকাও সেই একে কথাই। ইয়াত যেনে ধৰণৰ ইচ্লাম আছে, তাতকৈ বেলেগ ধৰণৰ ইচ্লাম বাহিৰত আছে। ভাৰতীয় ইচ্লামৰ ওপৰত চুফী মতবাদৰ প্ৰভাৱ পৰিছে। চুফী বিচাৰ নো কি? সি হৈছে বেদান্তৰ নিচিনা। এই কাৰণে ভাৰতীয় ইচ্লাম আৰু বাহিৰৰ ইচ্লামৰ লগত পাৰ্থক্য আছে।

এই দৰেই খৃষ্টিয়ান, ইচ্লাম চ'চিয়েলিজিম, কমিউনিজিম আদি বাহিৰৰ পৰা যিয়েই আহিছে, তাকে ভাৰতে নিজৰ ৰূপ দান কৰিছে। এইটো হ'বই। কাৰণ সেইটো ইয়াৰ মাটিৰেই গুণ। কোনোবা এজনে আমাক কৈছিল যে ইয়াৰ যি ছয়াবীনৰ খেতি কৰা হৈছিল তালৈ কেইবছৰ মানৰ পিচত ভাৰতীয় ৰং আহি গৈছিল। আমাৰ ইয়াত অনেক প্ৰকাৰৰ দাইল জাতীয় গছ আছে, তাৰে এবিধৰ ৰূপটো চাগৈ ছয়াবীনলৈ আহি গৈছিল; তাত আচৰিত হ'বলগীয়া কোনো কাৰণ নাই। মাটি আৰু বায়ুৰ প্ৰভাৱ তাত পৰিবই। ভাল ভাল কথা আৰু বিচাৰ-ধাৰাবোৰ গ্ৰহণ কৰি নিজৰ ৰূপত ৰূপায়িত কৰি পেলোৱাটো ভাৰতীয় আধ্যাত্মিক বিচাৰ-ধাৰাৰ এটা বিশেষ গুণ। আমি আশা কৰোঁ। কেৰল প্ৰদেশত হৃদয় পৰিবৰ্ত্তনৰ প্ৰক্ৰিয়া চলক আৰু ইয়াৰ সমস্যা সমাধান হওক।

## শান্তি-সেনাৰ সাৰ্ব্বভৌম স্বাগত

উদাহৰণ স্বৰূপে মাটিৰ সমস্যা সমাধানৰ প্ৰশ্নটো আমি হাতত লৈছোঁ, কিন্তু আচলতে হৃদয় পৰিবৰ্ত্তনৰ প্ৰক্ৰিয়াটো বঢ়োৱাহে আটাইতকৈ ডাঙৰ কাম। ভূদান তাৰেই উপকৰণ মাত্ৰ। হিংসাত্মক শক্তিক ওপৰ উঠিবলৈ দিব নেলাগে। তাৰ কাৰণে শান্তি-সেনাৰ আঁচনি প্ৰস্তুত কৰা হৈছে। শান্তি-সেনা দলত এনেকুৱা সেৱক থাকিব, যাৰ একমাত্ৰ

চিন্তা হ'ব—"আমি অখিল মানৱ সমাজৰ সেৱা কেনেকৈ কৰিম আৰু আমি সকলো মিলা-প্ৰীতিৰে ভাৰতৰ দুখ-কষ্টৰ অৱসান কেনেকৈ ঘটাম।" তাত জাতি, ধৰ্ম্ম, পন্থা, পক্ষ আদিৰ ভেদ-ভাব নেথাকিব। এনেকুৱা সেৱকৰ এটা বাহিনী তৈয়াৰ কৰিব লগা হৈছে। তাৰ কাৰণে শিক্ষাৰো ব্যৱস্থা কৰিব লাগে। ভাৰতীয় তত্ত্ব-জ্ঞান, সমন্বয় বিচাৰ ধাৰাৰ বিষয়ে তেওঁলোকে ভালকৈ জানিব লাগে। বিবিধ প্ৰকাৰৰ সেৱা কেনেকৈ কৰিব পাৰি তাৰ শিক্ষা তেওঁলোকে পাব লাগে। প্ৰত্যেক ৫,০০০ জন-সংখ্যাৰ গাৱঁৰ কাৰণে একোজন সেৱক থাকিব। তেওঁলোকে নিৰন্তৰ সেৱা-কাৰ্য্য কৰিব। তেওঁ দুখিত সকলৰ দুখ নিবাৰণ কৰিব। কাৰোবাৰ যদি বেমাৰ-আজাৰ হয় তেন্তে তেওঁ তালৈ গৈ সেৱা-শুশ্ৰূষা কৰিব। সাহিত্যৰ প্ৰচাৰ কৰিব। বাইজৰ সুখ-দুখ বুজি তাক দূৰ কৰিবলৈ চেষ্টা কৰিব আৰু তেওঁলোকৰ পৰিয়ালৰে এজন তেওঁ হৈ পৰিব। বিশেষ কাৰণ লৈ যেতিয়া ক'ৰবাত গোলমালৰ সৃষ্টি হয় তাত তেওঁ নিজক বলিদান দিব। শান্তি-সেনাৰ সৈনিক নিত্য জন সেৱা কৰিব আৰু নৈমিত্তিক হিচাপে শান্তিমূলক কাম কৰিব। অন্যান্য সৈন্যতো ঠিক এনেকুৱাই চলে। মই হিংসক সেনাৰ কথা ক'ব ধৰিছোঁ। যেতিয়া কোনো যুদ্ধ আদি নেথাকে, তেতিয়া সৈন্যৰ দ্বাৰাই কোনো সেৱাকাৰ্য্য কৰোৱাই লয়। সেইদৰেই এতিয়ালৈকে যি সেনাই সেৱা কাৰ্য্য কৰি আছিল, তেৱেঁই বিশেষ সময়ত অৰ্থাৎ ঘটনাৰ স্মৰীত শান্তি-সেনা হ'ব। এনেকুৱা শান্তি-সেনা যদি কেৱলত স্থাপিত হয় তেন্তে সকলো ধৰ্ম্মাৱলম্বীয়েই তাক স্বাগত জনাব। তাক্তৰকনো কোনে স্বাগত নজনায়? চ'ছিয়েলিষ্ট, কমিউনিষ্ট, হিন্দু, মুছলমান, আদি সকলোৱেই জনাব। সেইদৰেই শান্তি-সেনাৰ সৈনিকবো হ'ব। কিয়নো তেওঁ হৈছে নিষ্পক্ষ আৰু নিৰপক্ষ সেৱক।

## সহায়তাও বৰষিব

এনেকুৱা নিষ্কাম, নিঃস্বাৰ্থী, নিষ্পক্ষ আৰু নিৰপেক্ষ সেৱকৰ এটা বাহিনী তৈয়াৰ হৈ উঠিব লাগে। তেওঁলোকৰ যোগেদি মাটিৰ সমস্যা সমাধান কৰাৰ চেষ্টা চলোৱা হ'ব। এনেকুৱা সৈন্য যদি সংগঠিত হৈ উঠে তেন্তে তেওঁলোকৰ কাৰণে কিছু সহায়তাৰো আৱশ্যক হ'ব। এই সহায় কাৰ পৰা পোৱা যাব? এই সেৱক বাহিনীৰ যোগেদি যাৰ সেৱা-কাৰ্য্য কৰা হ'ব, তেওঁলোকেই সহায় কৰিব। যেনেকৈ টোপ টোপ্ কৰি বৰষুণ দিয়ে, সেইদৰেই প্ৰতিঘৰ মানুহৰ পৰা সম্পত্তি দানৰ বৰষুণ বৰষিব লাগে। আমি আশাকৰোঁ তেওঁলোক নিশ্চয় বৰষিব। তাৰ লক্ষণ আমি দেখিছোঁও। সৰ্ব্বোদয়ৰ তত্ত্ব-জ্ঞান অলপ বুজি পালেই মানুহে সম্পত্তিদান দিবলৈ নিশ্চয় আগবাঢ়ি আহিব। যিমানেই বুজিব সিমানেই বেছিকৈ দিবলৈ ধৰিব।

কুড়বল্লী ( কোঝীকোড় )
১৭-৭-'৫৭

## সৰ্ব্বোদয়ৰ চাৰিটা স্তম্ভ ঃ ৫ ঃ

মানৱ সমাজৰ বিকাশৰ ফালে দৃষ্টিপাত কৰিলে জানিব পৰা যায় যে মানুহৰ আগত আজি যি বিলাক সমস্যাৰ উদ্ভৱ হৈছে তাৰ সমাধান কৰিবৰ কাৰণেই সেই নতুন নতুন উপকৰণৰ আবিষ্কাৰ হৈছে। উপকৰণৰ লগে লগে সভ্যতাও সমানে হৈ যাব ধৰিছে। যিবিলাক উপকৰণৰ বা সঁজুলি-পাতিৰ নিৰ্মাণ কৰা হৈছে তাৰ ভিতৰত কেইটামান হে বৰ ভাল বস্তু ওলাইছে; যেনে ৰেলবোকাৰ্দ। আগতে সেই আবিষ্

অপাৰেচন নহৈছিল। কাৰণ সেই সময়ত ক্লোৰোফাৰ্ম্ম ওলোৱা নাছিল। যদি হাত-ভৰি আদিৰ অপাৰেচন কৰিব লগা হয় তেন্তে হাত ভৰি ভালকৈ বান্ধি-ছাটি লৈ কলা-চিৰা কৰা হৈছিল। যথেষ্ট কষ্টও পাব লগা হৈছিল। কিন্তু আজি-কালি ক্লোৰোফাৰ্ম্মৰ সহায়ত বিনা দুঃখ-কষ্টে অতি সহজতে অপাৰেচন কৰিব পৰা হৈছে। মানুহৰ যন্ত্ৰণা দূৰ কৰিবৰ কাৰণে উন্নতওৱা এই বস্তুটো অতি মহত্বপূৰ্ণ। অহিংসাৰ দৃষ্টিৰেও ই এটা অতি উত্তম আবিষ্কাৰেই। এফালেদি যেনেকৈ মানুহৰ দুঃখ-যন্ত্ৰণা কম কৰিবৰ কাৰণে ক্লোৰোফাৰ্ম্মৰ আবিষ্কাৰ কৰিছে আন ফালেদি ঠিক সেই দৰেই লাখ লাখ মানুহক বধ কৰিব পৰা লাখ-লাখক আহত কৰিব পৰা, আৰু পৃথিৱীৰ বায়ু মণ্ডলক দূষিত কৰিব পৰা এটম্ বোমাৰ আবিষ্কাৰ কৰিছে। অলপতে আইছন হাৱাৰে ক্লীন বোমা তৈয়াৰ কৰিবলৈকো এখন আঁচনি প্ৰস্তুত কৰিছে। সেই বোমাটো য'ত পেলাই দিয়া হ'ব সেই ঠাইৰহে অপকাৰ কৰিব, তাৰ দ্বাৰাই গোটেই পৃথিৱীৰ বায়ু-মণ্ডল দূষিত নহ'ব। তেওঁলোকে কৈছে যে এই প্ৰয়োগত শতকৰা ৯০ ভাগেই কৃতকাৰ্য্য হ'ব পৰা গৈছে আৰু কেৱল দহ ভাগহে বাকী ৰৈছে। যদি সেই দহ ভাগতো কৃতকাৰ্য্য হ'ব পাৰে, তেন্তে সেই ক্লীন বোমাই আগৰ দিনৰ সুদৰ্শন চক্ৰৰ দৰে কাম কৰিব। তেতিয়া গোটেই পৃথিৱীৰেই হানি নহ'ব। এনেকুৱা ক্লীন্ এটম্ তৈয়াৰ কৰিবলৈ আইছেন হাৱাৰেই বৈজ্ঞানিক সকলক ইতিমধ্যে হুকুম দিয়েই দিছে। কিন্তু বাবাৰো এটা নিৰ্দ্দেশ আছে। বাবাৰ হাতত এনেকুৱা কোনো বৈজ্ঞানিক নাই, কাৰণ তেওঁলোকক পইচা দি কিনিব লাগে। এই কাৰণে বাবাৰ কথালৈ কোনে কাণ কৰিব? কিন্তু বাবাই যি কয় সি বতাহৰ জৰীয়তে তেওঁলোকৰ ওচৰলৈ উৰি যায়। এই কাৰণেই বাবাই কৈছে! বাবাৰ নিৰ্দ্দেশ হৈছে এইটোৱেই যে আপোনালোকে যিটো ক্লিন বোমা তৈয়াৰ কৰিছে

সি বাক ঠিকেই হৈছে, কিন্তু আপোনালোকে বোমাটো এনেকুৱা কৰিব যাতে তাৰ দ্বাৰাই লাখ লাখ মানুহ নিহত হওক কিন্তু আহত যাতে এজনো নহয়। গোটেই পৃথিৱীৰ বায়ু মণ্ডল দূষিত নোহোৱাটো বাৰু ভালেই হৈছে কিন্তু যদি মানুহ আহতো হয় তেন্তে দুঃখ-যন্ত্ৰণা বাঢ়িবহে। পৃথিৱীৰ কোনো এটা নহয় এটা ভাগে তেওঁলোকৰ ভৰণ-পোষণৰ দায়িত্ব বহন কৰিব লগা হ'ব। তেওঁলোক পৰাধীন হোৱাৰ কাৰণে তেনে হ'বই। এই বাবে লাগিলে কৌটি কৌটি মানুহেই মৰক তথাপি আহত এজনো হ'ব নেলাগে। কৌটি কৌটি পৰিমাণত যদি মানুহ মৰে তেতিয়া অন্ততঃ ইমান দ্ৰুত গতিৰে বঢ়া জন-সংখ্যা কিছু কমিব আৰু তাৰ সমস্যাও সমাধান হ'ব। এটা বোমাত যদি কৌটি কৌটি মানুহ মৰে তেন্তে পৃথিৱীয়ে ২০-২৫ বছৰৰ কাৰণে কিছু সকাহ পাব। তাৰ পিচত জন-সংখ্যা বাঢ়িলে বিশেষ কোনো ক্ষতি নহ'ব। ইয়ো এটা অন্য ধৰণৰ সংস্কৃতিৰ ৰূপেই হ'ব।

এই নিচিনাকৈ যেতিয়া মানুহবোৰ সংহাৰ হ'বলৈ ধৰিব তেতিয়াহে মানুহে চিন্তা কৰিবলৈ বাধ্য হ'ব। উপকৰণ বাঢ়িব লাগে। উপকৰণ বঢ়াটো ভাল কিন্তু উপকৰণ আমাৰ হাতত থাকিব লাগে, কিয়নো ভস্মাসুৰৰ নিচিনা অৱস্থা আমাৰ হ'ব নেলাগে। আনৰ মূৰত হাত দি আনক ভস্ম কৰাটো বাৰু ঠিকেই, কিন্তু নিজৰ মূৰত যদি হাতখন কেনেবাকৈ থব লগা হয় তেতিয়া কি হ'ব? এইদৰেই এই গোটেইবোৰ বৈজ্ঞানিক সংশোধনেই অৱদানৰ পৰিবৰ্ত্তে অভিশাপ হে হৈ পৰিছে। যেনেকৈ কেশ বৰ্দ্ধন তেল মূৰত ঘঁহিলে চুলি বাঢ়ক ছাৰি সৰেহে আৰু গোটেই চুলি পকি বগা হৈ পৰে; তেতিয়া ই বৰদান নহৈ অভিশাপ হে হয়। এই কাৰণে মানুহে ভালকৈ ভাবি-চিন্তি চাব লাগে যে যদি একান্তই মূৰত তেল ঘঁহিবই লাগে তেন্তে শুদ্ধ গ্ৰামোদ্যোগী তেল

ঘঁহাই ভাল। সেই দৰেই ক্লোৰোফৰ্ম্মৰ নিচিনা উপকৰণ ভাল, ই অৱদান স্বৰূপ; কিন্তু এটম বোমা সজাটো হলে অভিশাপ হ'ব। এতেকে উপকৰণ বঢ়োৱাটো বাক ভালেই কিন্তু তাক ব্যৱহাৰ কেনে ভাবে কৰা যাব তাকো ভাবি ঠিক কৰি ল'ব লাগে।

## বিজ্ঞান আৰু উপকৰণ

উপকৰণ বাঢ়ে বিজ্ঞানৰ দ্বাৰাই, কিন্তু তাক কেনেকৈ ব্যৱহাৰ কৰা যায় এইটো নিৰ্ণয় কৰিব লাগে আত্ম-জ্ঞানৰ দ্বাৰাই। এতেকে আত্ম-জ্ঞানৰ নিয়ন্ত্ৰণত বিজ্ঞান থাকিব লাগে। আমেৰিকাত বিজ্ঞান আছে, কিন্তু আত্ম-জ্ঞান নাই। এই কাৰণে সেই বিজ্ঞান অৱদান নহৈ অভিশাপ হে হৈ পৰিছে। আজি পৃথিৱীত আত্ম-জ্ঞানৰ আৱশ্যকতা অতি বেছি। আগতে কি কৈছিল? আত্ম-জ্ঞান হ'লে মুক্তি পোৱা যাব। অৰ্থাৎ মুক্তিৰ কাৰণে আত্ম-জ্ঞানৰ প্ৰয়োজন আছিল। তেতিয়া মানুহে কৈছিল যে আমাক মুক্তি নেলাগে। আপোনালোক সেইফালে যাব খুজিছে যদি যাওক। আমি বাৰু ইয়াতে থাকিম। কিন্তু আজি মুক্তিৰ কাৰণে আত্ম-জ্ঞান নেলাগে, বিজ্ঞানক নিয়ন্ত্ৰিত কৰি ৰাখিবৰ কাৰণেহে লাগে। বিজ্ঞানক যিমান বঢ়াই যোৱা হয়, সিমানেই বাঢ়ি যাব। তাক আমি কমাব খোজা নাই, কিন্তু তাক ব্যৱহাৰ কেনেকৈ কৰা যাব, এইটো নিৰ্ণয় কৰিব আত্ম-জ্ঞানে। ধৰক, এখন মটৰ আছে। তাক গতিমান কৰি তুলিবৰ কাৰণে এটা যন্ত্ৰ বহুৱা হৈছে। কিন্তু সি দিক্ সূচক যন্ত্ৰ নহয়। তেতিয়া কি হ'ব? সেই মটৰখন অতি বেগেৰে চলিবলৈ ধৰিব। কিন্তু তাত কোনো দিক্‌সূচক যন্ত্ৰ নথকাৰ বাবে কোনো ঘৰ বা গছত গৈ খুন্দা খাব আৰু ভাগি চোৰৰ চোৰৰ হৈ পৰিব। এই কাৰণে বেগ বঢ়োৱাৰ লগে লগে যদি দিক সূচক যন্ত্ৰও থাকে

তেন্তে গতি বঢ়োৱাৰ পৰা একো ক্ষতি নহয়। সেইদৰেই বিজ্ঞানে আজি সভ্যতাৰ বেগ বঢ়াইছে, কিন্তু বেগ কোন দিশলৈ বাঢ়িব এইটো আত্ম-জ্ঞানে ঠিক কৰিব, এই নিমিত্তেই আত্ম-জ্ঞান আৰু বিজ্ঞানক সৰ্ব্বোদয়ত সৰ্ব্বোত্তম স্থান দিয়া হৈছে। আগৰ দিনৰ মানুহ জ্ঞানী, সাধু, সৎপুৰুষ আদিয়ে বিজ্ঞানৰ ওপৰত গুৰুত্ব আৰোপ কৰা নাছিল। কিন্তু আত্ম-জ্ঞানক হলে যথেষ্ট গুৰুত্ব দিছিল। এই দৰেই তেওঁলোক একাজী হৈ পৰিছিল। বৰ-দান প্ৰাপ্ত হোৱা পাশ্চাত্যৰ লোকসকলে আত্মজ্ঞানৰ ওপৰত মহত্ত্ব দিয়া নাছিল। বিজ্ঞানৰ ওপৰতহে বেছি মহত্ত্ব দিছিল। এই বাবে এওঁলোক ধ্বংসকাৰী হৈ পৰিছে। কিন্তু সৰ্ব্বোদয়ত হলে আত্ম-জ্ঞান আৰু বিজ্ঞান, এই দুয়োটাকে একে লগ কৰা হৈছে।

## অকল মূৰ গণনাৰ দ্বাৰাই কাম নচলে

সৰ্ব্বোদয়ৰ ৰাজ-নীতিৰ বিষয়ে নিজৰ এটা স্বতন্ত্ৰ বিচাৰ-ধাৰা আছে। সৰ্ব্বোদয়ে ৰাজনীতিক লোক-নীতিলৈ পৰিবৰ্ত্তন কৰি পেলাইছে। তাত সৰ্ব্বসম্মতি ক্ৰমেহে কাম হ'ব, মেজৰিটী, মাইনৰিটীৰ প্ৰশ্ন নুঠিব। এজন মানুহৰ ৰায়, লাখ লাখ জনৰ বিৰুদ্ধে থিয় দিব পাৰিব। অকল মূৰবিলাক গণনা কৰিলেই কাম নচলিব। এই কাৰণে ইয়াত এনেকুৱা ব্যৱস্থা থাকিব লাগে যাতে প্ৰত্যেকৰে জ্ঞান-বিজ্ঞানৰ সদ্ ব্যৱহাৰ হ'ব পাৰে। এই কাৰণে সৰ্ব্বোদয়ে মেজৰিটী-মাইনৰিটী পদ্ধতি সমৰ্থন নকৰে। সি সকলোৰে মতানুসৰি সমস্যা সমাধান কৰিব খোজে।

## পাৰ্টীৰ আৱশ্যকতা কি

আমি যে আম্পতাল পাতোঁ। তাত জানো কোনো পাৰ্টীৰ কথা ভাবোঁ? ক'ৰ্টত কি হয়? ন্যায়াধীশে পাৰ্টীৰ ভঙ্গীৰে নেচায়

বা কোনো কথাও নেভাবে, তেওঁ নিৰপেক্ষ ভাৱেহে ন্যায় দান কৰে। পোষ্ট অফিচে জানো কোনো বিশেষ পার্টিৰ হে চিঠি পত্ৰ আদি পঠায়, বাকীবোৰ পার্টিৰ নপঠায় নে? সি সকলোৱে চাৰ্ভিচ কৰে। শিক্ষকে বিদ্যাদান কৰোঁতে জানো কিবা তাৰতম্য কৰে? আপোনালোকেই কওক-ছোন কোনখিনিতনো পার্টিৰ ভাব ৰাখিব লাগে? ভোকাতুৰক খুৱাব লাগে, নিবনুৱাক কামত লগাব লাগে, ঘৰত জুই লাগিলে তাক নুমাব লাগে। তাত পার্টিৰ ভাব কোন খিনিত ৰাখিব লাগিল? তাৰ মানে যিমানবিলাক ভাল ভাল কাম আছে সকলোবোৰেই বিনা পার্টিৰ কাম। তেন্তে এই পার্টিবোৰ কিয় লাগে? মানুহৰ ওপৰত ৰাজ্য-শাসন কৰিবলৈ। ৰাজ্য শাসন কৰা মানে কি? ন্যায়দান কৰা, ডাক বিভাগৰ কাম কৰা আৰু উৎপাদন বঢ়োৱা আদিত পার্টিলৈ চাবৰ কোনো প্ৰয়োজন নকৰে। এইটো পার্টি গঠন কৰোঁতা সকলেই কৈছে। তেন্তে পার্টিৰ ৰাজ চলোৱাৰ অৰ্থ কি? নিজৰ যি আদৰ্শবাদ আছে তাক আনৰ ওপৰত জাপি দিয়া। ই কেনে ধৰণৰ কথা হ'ব। আমাৰ বিচাৰ ধাৰা মানুহৰ মগজত সুমাই দিব পাৰিলে হ'বনে নাই কাৰবাৰ মূৰহে কাটিব লাগিব? তাকে কৰিবলৈ হলে কি পদ্ধতি লোৱা হব? যদি মূৰহে কাটিব লাগে তেন্তে বুদ্ধিৰ কোনো প্ৰশ্নই নুঠে। ধৰি লওক ডেমক্ৰেচী শ্ৰেষ্ঠ আৰু কমিউনিজিম বেয়া। ডেমক্ৰেচীৰ সমৰ্থক সকলে যদি কমিউনিষ্টৰ মূৰ কাটে তেন্তে কমিউনিষ্টৰ হাতত জানো কোনো অস্ত্ৰপাতি নেথাকিব? অৱশ্যে উভয় দলেই মিলি উভয়ে উভয়ৰ মূৰ কাটিব পাৰিলে সকলো সমস্যাৰেই ওৰ পৰিব। আমিও এইটোকেই খাটিছোঁ। এইদৰে কটা-কটি কৰি আধা জনতা শেষ হ'লে অৱশ্যে বেয়া নহয়। তাৰ পৰিণাম কি হ'ব? তেতিয়া মানুহে ক'ব যে এই কমিউনিষ্ট, ডেমক্ৰেচীবিলা—ছুৱো মূৰ কটা মানুহ, এওঁলোকক আমাক

নেলাগে। আচল কাম বিচাৰ প্ৰচাৰৰ দ্বাৰাইহে হ'ব।

## সৰ্ব্বোদয়ে আত্মজ্ঞান আৰু বিজ্ঞানৰ সাক্ষী লয়

যিটো বিচাৰ-ধাৰা আত্ম-জ্ঞান আৰু বিজ্ঞানৰ পৰীক্ষাত টিকি থাকে সেই বিচাৰ-ধাৰাই সত্য। আত্ম-জ্ঞানে কি কয়? এই মেজৰিটী-মাইনৰিটী কৰিব নেলাগে। মমত্ব বুদ্ধিও ৰাখিব নেলাগে। এই বিলাক সকলোৰে—"ঈশাবাস্যমিদং সৰ্বম্" এই সকলোবোৰেই ঈশ্বৰৰ। এই ঘৰ, মাটী-বাৰী, দেহ, মোৰ নহয়, সকলোৰে। আত্ম-জ্ঞানে এই বুলি কয়। সি কয় যে যদি মমত্ব-বুদ্ধি ত্যাগ কৰি দিয়া তুমি চিন্তা-মুক্ত হ'ব পাৰিবাঁ। বিজ্ঞানেও ইয়াকে কৈছে। আজিৰ পৰিস্থিতিত বিজ্ঞান আৰু আত্মজ্ঞান দুয়োটাই একে কথাকে কৈছে। খেতিৰ উৎপাদন কেনেকৈ বাঢ়িব? সকলোৰে মিলি-জুলি বৈজ্ঞানিক পদ্ধতিৰে যদি খেতি কৰিবলৈ ধৰা যায় তেন্তে উৎপাদন বাঢ়িব। "এই ডোখৰ মোৰ; সেই ডোখৰ তোৰ" এইবোৰ আৰু নচলে। ইয়াৰ মানে এইটোও নহয় যে সকলোৰে একেটা প্লট হ'ব। প্লটো হ'ব আৰু সৰু সৰু ডৰাও থাকিব। এই খিনি কোৱাৰ উদ্দেশ্য হৈছে এইটোৱেই যে এতিয়া 'মোৰ' বুলি ভাবিবলৈ এৰি দি সকলোৰে বুলি ভাবিব লাগে। ধৰক পৃথিবীৰ দুই-তিনি খন ৰাষ্ট্ৰত হে মাত্ৰ পেট্ৰোল আছে, আন ক'তো নাই। তেতিয়া বৈজ্ঞানিক যুগে কি ক'ব? তেতিয়া ক'ব যে সেই পেট্ৰোল সেই ৰাষ্ট্ৰৰ বুলি ধৰি ল'ব নোৱাৰি। তাৰ দ্বাৰাই গোটেই পৃথিৱী তথা মানুহ সমাজৰ উন্নতি হ'ব লাগে। অকল সেইখন দেশেই যদি পেট্ৰোল ব্যৱহাৰ কৰে আনক নিদিয়ে তেন্তে উভয়ৰে মাজত পেট্ৰোল লৈ বিবাদ আৰম্ভ হ'ব। কেৰলত ৰবৰৰ খেতি হয়। বিজ্ঞানে ক'ব যে সেই ৰবৰ গোটেই ভাৰতৰ বুলি ধৰিব লাগে, তেতিয়াহে তাৰ সংব্যৱহাৰ হ'ব। এই অনুক্ৰমেই বিজ্ঞানে

ব্যক্তিগত মালিকী স্বত্ব থাকিবলৈ নিদিয়ে। আত্ম-জ্ঞানেও ইয়াকে কয়। এই পৰ্য্যন্ত আমি আত্ম-জ্ঞানৰ কথা শুনা নাছিলোঁ। কিয় শুনা নাছিলোঁ বাৰু? মানুহে সোধে যে এই বিলাক ত্যাগ কৰিলেনো কি হ'ব? সি কৈছিল যে মোৰ-মোৰ বোলা যদি বন্ধনত পৰিবা পিচত আৰু মুক্তি নেপাবা। মানুহে তেতিয়া কৈছিল যে আমি মুক্তিৰ কাৰণে চিন্তা মুঠেই কৰা নাই। কিন্তু এতিয়া বিজ্ঞানে মুক্তিৰ দৃষ্টিৰে কোৱা নাই। ইহলোকৰ জীৱন সৰ্ব্বাঙ্গ সুন্দৰ কৰি তুলিবলৈ হলে তোমালোকে মালিকী স্বত্বক ব্যাপক কৰি তুলিব লাগিব বুলি বিজ্ঞানে কৈছে। আত্মজ্ঞান আৰু বিজ্ঞান দুয়োটা একেলগ হৈছে, এই কাৰণে এই তত্বটো সকলোৱেই মানি ল'ব লাগে। আৰু এই বাবেই এই তত্বটোক সৰ্ব্বোদয়েও সমৰ্থন কৰিছে। সৰ্ব্বোদয়ে আত্মজ্ঞান আৰু বিজ্ঞানৰ সাক্ষী লৈছে আৰু সিহঁতে যি কয় তাক মানিও লৈছে। এই কাৰণে সৰ্ব্বোদয়ত পলিটিক্স্, মেজৰিটী-মাইনৰিটী, পুৰণি কালৰ মালিকীস্বত্ব, আধুনিক সংহাৰ আদি একো কথাই টিকি থাকিব নোৱাৰে।

## আমি ঠিক বাটেদিয়েই গৈ আছো।

সৰ্ব্বোদয়ত কিছুমান আধুনিক যুগৰ কথা আৰু কিছুমান পুৰণা যুগৰ কথা বাদ পৰে। জাতি ভেদ, ধৰ্ম্ম ভেদ, মালিকী স্বত্ব, সৰু সৰু প্ৰদেশ ভেদ আদি এই পুৰণি কথাবোৰ টিকি থাকিব নোৱাৰে। ইয়াৰ উপৰিও পাৰ্টী পাৰাৰ পলিটিক্স, চেন্ট্ৰেলাইজড্ গৱৰ্ণমেণ্ট, সংহাৰক অস্ত্ৰ, বিবাদ, যুদ্ধ আদি নতুন আধুনিক কথাবোৰো টিকি থাকিব নোৱাৰিব। নতুন বস্তু যেতিয়া টিকি নথকা হয়, তেতিয়া এই নতুন মানুহবোৰে কয়, এওঁলোকৰ ভাববোৰ কোনোবা মান্ধাতা যুগৰেই, এওঁলোকৰ কথাবোৰ নিটিকে কাৰণেই এওঁলোকে আপত্তি কৰে। এওঁলোকে জাত-পাত একো নাইকিয়া কৰিব

খুজিছে। এই দৰেই আমি ছুয়ো ফালৰ পৰা মাৰ খাব লগা হৈছে। কিন্তু আমাৰ হলে এইটোত পূৰা বিশ্বাস হৈছে যে ছুয়োফালৰ পৰা মাৰ খাব লগা হৈছে যদিও আমি ঠিক বাটেদিয়ে গৈ আছোঁ। ।

## চাৰিটা পিলাৰ্চ্

আমি নতুন ভাব-ধাৰাটো আপোনালোকৰ আগত দাঙি ধৰা হৈছে যাতে আপোনালোকে এই আটাইবিলাক কথা ভাবি-চিন্তি চায়। আমাৰতো এইটোত দৃঢ় বিশ্বাস যে ইয়াৰ অবিহনে পৃথিৱীত কোনো সমস্যাৰেই সমাধান নহয়। যেতিয়ালৈকে এই পাৰ্টী পলিটিক্স হিংসা শক্তিৰ ওপৰত বিশ্বাস থাকিব আৰু ব্যক্তিগত মালিকী স্বত্বৰ ভুল ধাৰণা সমাজত সজীব হৈ থাকিব, তেতিয়ালৈকে জগতৰ উন্নতি হ'ব নোৱাৰিব। এই কাৰণে আপোনালোকে এই চাৰিটা কথালৈ মন কৰিব।

১। যেতিয়ালৈকে হিংসাৰ ওপৰত বিশ্বাস থাকিব, তেতিয়ালৈকে পৃথিৱীৰ কাম আগ বাঢ়িব নোৱাৰিব।

২। পাৰ্টি পলিটিক্সৰ ওপৰত যি বিশ্বাস আছে আৰু তাৰেই আধাৰত যি সমাজ সংগঠন কৰা হ'ব, সি কেতিয়াও টিকিব নোৱাৰিব।

৩। মাটিৰ ওপৰত ব্যক্তিগত মালিকী স্বত্ব তিষ্ঠি থাকিব নোৱাৰিব। মাটি, সম্পত্তি সকলোৰে হ'ব লাগিব। সকলোৱে মিলি-জুলি কাম-বন কৰিব আৰু উপভোগো সকলোৱে মিলি-জুলি কৰিব লাগিব।

৪। জাতি ভেদ, ধৰ্ম্ম-ভেদ আদি একোকে মানিব নেলাগে। এই চাৰিটা কথাই সৰ্ব্বোদয়ৰ চাৰিটা প্ৰধান পিলাৰ্চ্' বুলি ভাবিব। 'ওৱৰ্ল্ড পীচ' সকলোৱেই বিচাৰিছে। কমিউনিষ্টেও 'পীচ'ৰ ফালে হে আগবাঢ়ি গৈছে। গতিকে এই কাম যিমানেই জটিল নহওক তথাপি তাক কৰিবই লাগিব। য'ত য'ত 'ক্ৰিজন' হ'ব, আত শান্তি-সেনাই জেল দিয়াৰ কাম

কৰিব। কোনো বিবাদ আদি লাগিলে মাজত গৈ থিয় দিব। আৱশ্যক হলে নিজক বলিদানো কৰিব লাগিব। ধৰক, এই ভাব-ধাৰাটো ডেকা-শক্তিৰ মনঃপূত হৈছে। সকলোৱেই শান্তি-সেনাত ভৰ্ত্তি হৈছে। তেতিয়া কিহৰ ওপৰত ভিত্তি কৰি তাক জানিব পৰা হ'ব ? যেতিয়া সেই ক্ষেত্ৰত পুলিচৰ কোনো কাম নথকা হব, চুৰি-ডকাইতি নাইকিয়া হ'ব, সেই অঞ্চলৰ পৰা কোনো গোচৰ আদি ক'ৰ্টলৈ নোযোৱা হ'ব আৰু তাৰ মানুহে সেই ঠাইৰ পৰা ক'ৰ্ট উঠাই নিবলৈ চৰকাৰক আবেদন নিবেদন কৰিব, তেতিয়াই আমাৰ কাম চলা বুলি জানিব পৰা যাব। ত্ৰিবাঙ্কুৰ বাসীয়ে যদি তাত তেওঁলোকৰ বেঞ্চ্ থকাটো কামনা কৰে তেন্তে যাব পাৰে। আমাক হলে নেলাগে। বাস্তৱতে তেওঁলোকো যদি তালৈ নেযায় তেন্তে ভালেই। কিন্তু তাৰ মানুহে বিচাৰে যদি বেঞ্চ্ তালৈ যাব পাৰে। আমাৰ লগত তাৰ কোনো কাম নাই। শেষত ন্যায় দানৰ কাৰণে বেঞ্চত বহিবৰ কি আৱশ্যক ? গছৰ তলতো দেখোন বহি ন্যায় দান কৰিব আৰু পাব পাৰি। এই কাৰণে আমাক কোনো ক'ৰ্ট আদি নেলাগে। আমাৰ ইয়াত সকলোৱে পূৰা ভাবে খাবলৈ পাইছে। খাবলৈ নেপালেও দুঃখ কৰি নেথাকে। উৎপাদন বঢ়োৱাত লাগি যায়। সকলোৱেই মিলি-জুলি কাম কৰে। এনেকুৱা যদি হয় তেন্তে চৰকাৰৰ আগত এই প্ৰশ্নটো উঠিব যে সঁচাকৈয়ে ইয়াৰ মানুহ সুখীনে ? তেতিয়া চৰকাৰে তাত এটা কমিছন নিযুক্ত কৰিব। কমিছনৰ মানুহে দেখিব যে ইয়াৰ সকলোবোৰ মানুহেই সুখী। কোনো দুঃখী নাই। এনে ধৰণৰ ৰিপোৰ্ট চৰকাৰলৈ পঠাব। তেতিয়া চৰকাৰে ক'ব যে তুমাহৰ কাৰণে ক'ৰ্ট, স্কুল আদি সকলোবোৰকে ছুটী দি দিয়া। দেখা যাওকছোন বাৰু কেনেকৈনো চলে ? তাৰ পিচত তেওঁলোকে বুজি উঠিব যে আমি নহ'লেও পৃথিবীৰ একো ক্ষতি নহয়।

প্ৰয়োগ চৰকাৰে আজিও কৰিব পাৰে; কিন্তু তেওঁলোকৰ সিমান সাহ নাই। আমি যেতিয়া তেওঁলোকক দীক্ষা দিম তেতিয়াহে তেওঁলোকৰ সাহ হ'ব। চৰকাৰ যেনিবা নহলেই সেই বুলিনো খেতিয়কে খেতি নকৰিব নে? বেপাৰীয়ে মাল নেবেচিবনে? ভোকাতুৰে ভাত নেখাবনে? মৃতকৰ দহা-কাজ নহ'বনে? ল'ৰা-ছোৱালীৰ জন্ম নহ'বনে? বিদ্বান সকলে কিতাপ-পত্ৰ নপঢ়িবনে? কি কি বিষয়তনো আপত্তি উঠে দেখা যাওকছোন। স্কুল যদি দুই-চাৰিমাহ বন্ধ দিয়া যায় তেন্তে বিদ্যা বৈ থাকিবনে? চৰকাৰ নহলে জানো সকলোবোৰ কাম বন্ধ হৈ থাকিব? মানুহে ধৰি লৈছে যে তেওঁলোক ওপৰত বহি আছে কাৰণেই কাম ঠিক মতে চলি আছে। আচলতে ই ভ্ৰমহে। ভগৱানে যে আমাক বুদ্ধি দিছে আৰু কাম কৰিবলৈ শক্তি দিছে এই কাৰণেই কাম চলি আছে।

## প্ৰভাৱ স্থাপন কৰাৰ উপায়

কিমান যে ৰজা আহিল আৰু গ'ল তাৰ একো সীমা-সংখ্যা নাই। শেষতনো থাকিল কি? আনকি ৰজা সকলৰ নামো মনত নেথাকিল। কিন্তু স্কুলবোৰত হলে তাৰ নাম মুখস্থ কৰোৱায়। তেওঁলোক জানো উদ্ধাৰ কৰ্ত্তা ভগৱান? আমাৰ বাহৰ এখন স্কুলত আছিল। তাত বাবৰৰ এটা ছবি দেখা পাইছিলোঁ। সেই বাবৰনো কোন, কেৱেলৰ মানুহে নেজানেই। তেওঁ আহিল আৰু মৰিও গ'ল। তেওঁ এচিয়াত আছিল, উত্তৰ ভাৰতবৰ্ষত ৰাজ্য শাসন কৰিছিল। কিন্তু এইবোৰ কেৰলৰ ল'ৰা ছোৱালীয়ে শিকিবৰ কি আৱশ্যক? এই কাৰণেই যে এই চৰকাৰ বিলাকে নিজৰ গৌৰৱ বাইজৰ আগত প্ৰচাৰ কৰিব খুজিছে। নহলে বাবৰৰ নাম মুখস্থ কৰোৱাৰ পৰা কি লাভ হ'ব? তাৰ দ্বাৰা জানো উৎপাদক

বাঢ়িব? কি হ'ব? এই খিনিয়েই হ'ব যে ৰাজ্য-কৰ্ত্তা আৰু ষ্টেটৰ মহত্ব ল'ৰাবিলাকৰ মগজুত সোমাই দিব, কিয়নো সেয়ে যদি নহয় তেন্তে ষ্টেট্‌বোৰ টিকি থাকিব নোৱাৰিব। এই কাৰণে ৰাবৰৰ চৰিত্ৰ মুখস্থ কৰোৱাৰ নতুন পদ্ধতি উলিয়ালে।

## ভেটি সলাব লাগিব

ভাই সকল, আপোনালোকৰ আগত আমি এটা মৌলিক ভাব-ধাৰা দাঙি ধৰিছোঁ। যদি আপোনালোকে সমাজ খন আগতে যেনেকুৱা আছিল তেনে ভাবেই ৰাখি ভাল কৰিব খুজিছে তেন্তে ষ্টেট্‌ ঠিকেই হৈছে। তাকে নকৰি যদি নতুন সমাজ হে গঢ়িব খুজিছে তেন্তে সমাজৰ মূল ভেটিকে সলনি কৰিব লাগিব। শান্তি-সেনাৰ কামো এয়েই। এই কাৰণে যি মুখ্য চাৰিটা কাম কৰিব লাগে তাক মই আপোনালোকক কলোঁ।

পাঙ্গলকাৰ (কোঝীকোড)

২৪-৭-৫৭

সৰ্ব্বোদয়ৰ কাৰ্য্য-সূচী : ৬ :

## মানৱতা

এই অৱস্থাত বৰ ডাঙৰ ভাৱ-ধাৰা ইয়াত আৰম্ভ হৈছে। যি পক্ষ-ভেদ, জাতি-ভেদ, ধৰ্ম্ম ভেদলৈ আওকাণ কৰি সাৰ্ব্বজনিক কামৰ কাৰণে সকলোকে একেলগ কৰিব খুজিছে, তেওঁলোকেও কয় যে আমি মানৱ। আমাৰ ধৰ্ম্ম হৈছে মানৱ ধৰ্ম্ম। আমাৰ জাতি হৈছে মানৱ জাতি।

আমাৰ পক্ষ মানৱ-পক্ষ। ইয়াৰ নাম সৰ্ব্বোদয়। সৰ্ব্বোদয় ভাব-ধাৰাৰ কাৰ্য্য-সূচী এতিয়া কেৱলত আৰম্ভ হৈছে।

## আৰম্ভতে ভূদান

এই কাৰ্য্য-সূচীৰ প্ৰথম কথা হৈছে এই যে যেনেকৈ পানী সকলোৰে সেই দৰেই মাটিও সকলোৰে হ'ব লাগে। মাটিৰ গৰাকী কোনো হ'ব নেলাগে। সকলোৱে মিলি-জুলি কাম কৰিব। ফচল, বাঁটি-খুটি খাব। ইয়াৰে পৰাই এই কাৰ্য্য-সূচী আৰম্ভ কৰিব খুজিছোঁ। এনেকুৱা মহান্ ভাব-ধাৰাত পক্ষ-ভেদৰ স্থান নাই।

## শান্তি-সেনা আৰু তাৰ অস্ত্ৰ

দ্বিতীয়তে আমি ইয়াত শান্তি-সেনা স্থাপিত কৰিব খুজিছোঁ। সেই সেনা কেনেকুৱা হ'ব? সেই সেনাৰ অস্ত্ৰ কি হ'ব? 'প্ৰেমেই তেওঁলোকৰ অস্ত্ৰ হ'ব। ক'ৰবাত যদি দন্দ-খৰিয়াল লাগে তেন্তে তাত তেওঁ প্ৰাণ দিবলৈও প্ৰস্তুত হৈ থাকিব। এই সেনাদলটোৱে নিতৌ কি কাম কৰিব? গাৱেঁ গাৱেঁ সেৱা, দুঃখিতৰ সেৱা, দীন-দৰিদ্ৰৰ সেৱা, পৰিত্যক্ত সকলৰ সেৱা, যাৰ যাৰ ওপৰত বিপদ-আপদ আছে তেওঁলোকৰো নিৰন্তৰ সেৱা কৰিয়েই থাকিব। বিশেষ সময়ত তেওঁ শান্তি-সেনা হ'ব। এইদৰেই আমি শান্তি-সেনা স্থাপন কৰিব খুজিছোঁ।

## সন্মতিৰ বল

এনেকুৱা সেনা গাৱেঁ গাৱেঁ থাকিব। কিন্তু বাহিৰৰ সেৱাৰ কাৰণে এওঁলোকে সন্মতি পাব লাগিব। আমি শান্তি-সেনাৰ সেৱা বিচাৰিছোঁ। আমি সৰ্ব্বোদয় বিচাৰ-ধাৰা ভাল পাওঁ। আমি যিমান দূৰ পাৰোঁ সেই

বিচাৰ-ধাৰা মতে চলিবলৈ চেষ্টা কৰিম। আমাৰ হাতত মাটি, সম্পত্তি, শ্ৰম আদি যি আছে তাক দিব খুজিছোঁ। আপোনালোকৰ কাৰ্য্য-সূচী আমি সমৰ্থন কৰিছোঁ। এনেধৰণৰ সন্মতি আমাক লাগিব। প্ৰত্যেকৰে ঘৰত মাটি, সম্পত্তি আদি নেথাকে। এতেকে আমি প্ৰতি ঘৰৰ পৰা পৰিশ্ৰম দান পাব লাগে। অৰ্থাৎ পৰিশ্ৰমেৰে কিবা বস্তু নিৰ্ম্মাণ কৰি আমাক অৰ্পণ কৰক। আমি পৰামৰ্শ হিচাপে দাঙি ধৰিছিলোঁ। যে প্ৰতি মাহে প্ৰত্যেকটো পৰিয়ালে একোনেছাকৈ সূতা দিয়ক। গ্ৰামোদ্যোগ, সৰ্ব্বোদয় সমাজ, শান্তি-সেনাৰ প্ৰতি যে ৰাইজৰ সহানুভূতি আছে তাৰেই নিদৰ্শন স্বৰূপে ইয়াক দিবলৈ কোৱা হৈছে। এই অনুক্ৰমেই সৰ্ব্বোদয় সেৱকৰ পিচত আপোনালোক সমূহ ৰাইজৰ সন্মতিৰ বল থাকিব।*

* বিলিয়া পল্লী (কোঝীকোড্)
৩১-৭-'৫৭

## কৰুণাৰ ত্ৰিবিধ স্বৰূপ : ৭

### প্ৰথৰ কৰুণা

আজি নগৰীয়াসকল গাৱঁলৈ কিয় যায়। তেওঁলোক বেপাৰ-বাণিজ্যৰ কাৰণে যায়নে নাই পাৰ্টিৰ যেৱাৰ কৰিবলৈ যায়? সেৱা কৰিবলৈতো কোনো নেযায়। আস্পতাল, পোষ্টাফিছ আদি কিছুমান অনুষ্ঠান থাকে যি জাতি-ধৰ্ম্ম, পক্ষ-নিৰপক্ষ সেৱা কৰে। এনেকুৱা অনুষ্ঠান যথেষ্ট পৰিমাণে বাঢ়িব লাগে। আৰু লগে লগে মানুহৰ অন্তৰত এই ভাৱনাটোও জাগৃত হৈ উঠিব লাগে যে আমি সমাজৰ অঙ্গ, ভগৱানে আমাক যি শক্তি দিছে তাক সমাজ সেৱাত লগাব লাগে। ই কেতিয়া হৈ উঠিব? যেতিয়া

মানৱতাৰ ভাবনা জাগৃত হ'ব আৰু অন্তৰত কৰুণা থাকিব। আজি হৃদয় কঠোৰ হৈ উঠিছে। কোনো মানুহ বৰ দুঃখত পৰা দেখিলেহে কৰুণাৰ উদ্রেক হয়। ই আচলতে কৰুণা নহয়। অৱশিষ্ট মানৱতাহে। মৃত্যু মুখী কৰুণাৰ কিছু অংশ আছে। সি বিকশিত কৰুণা কেতিয়াও হ'ব নোৱাৰে। প্রখৰ কৰুণা লৰি ফুৰে। সি একেঠাইতে স্থিৰ ভাবে নেথাকে। সি উঠিয়েই যাবলৈ আৰম্ভ কৰে। মানুহক তেওঁৰ দুঃখৰ কথা সোধে আৰু সেই দুঃখ নিবাৰণ কৰে। মানুহে আহি তেওঁৰ দুঃখৰ কাহিনী বৰ্ণনা কৰাবলৈ সি অপেক্ষা কৰি নেথাকে। সি নিজেই মানুহৰ ওচৰ পায়গৈ।

## শীতল কৰুণা

ভগৱানৰ কৰুণা নদীৰ ৰূপত প্রকাশ হয়। প্রত্যেক গাৱঁলৈ সি ঢাপলি মেলি গুচি যায় আৰু কয় "আহক যি কামতে লগাব খোজে লগাওক। হিমালয় স্থিৰ। সি নিজৰ স্থান কেতিয়াও নেৰে। কিন্তু গঙ্গা হলে নিজেই মানুহৰ ওচৰলৈ ঢাপলি মেলে। যাৰ অন্তৰত কৰুণা থাকিব, তেওঁ গঙ্গাৰ নিচিনা হ'ব। তেওঁৰ অন্তৰত কোনো ভেদাভেদ নেথাকিব। কোনো মানুহ পানীত তল যাওঁ যাওঁ অৱস্থাত জানো তেওঁ কোন পাৰ্টিৰ কোন ধৰ্ম্মৰ, বা কোন জাতিৰ—এইটো বিচৰা হয়? তৰা-নৰা চিণ্ডি দেখোন ঢাপলি মেলা হয়। এই কাৰণে কৰুণাই কেতিয়াও ভেদাভেদ নেৰাখে। সি আনৰ গুণ চাই নহয়, নিজৰ গুণৰ দ্বাৰাইহে সমাজ-সেৱা কৰিব। সম্মুখৰ জন যিয়েই নহওক, মোৰ গুণ মোৰ গাত আছেই—এনেকুৱা বৃত্তি সাধাৰণতে থাকে। নদীয়ে গৰু আৰু বাঘৰ পিয়াহ গুচায়। বাঘ হৈছে হিংস্রক জন্তু, গতিকে তাৰ পিয়াহ কিয় গুচাম বুলি নদীয়ে কেতিয়াও নকয়। নিজৰ স্বভাৱৰ পৰিবৰ্ত্তন নকৰে। উভয়ৰে মন শীতল কৰে। দুষ্টৰ দুষ্টালি কম কৰিবলৈ আৰু সাধুৰ সাধুতা বঢ়াবলৈ কৰুণাৰ

হাতত এটাহে মাত্ৰ চিকিৎসা আছে। সেইটোনো কি চিকিৎসা? সকলোৰে অন্তৰত শান্তিৰ নিজৰা বোৱাই দিয়া। কোনো দুষ্ট মানুহৰ যদি বেমাৰ-আজাৰ হয়, তেওঁক মৰমেৰে সেৱা-শুশ্ৰূষা কৰি যদি তেওঁৰ ৰোগৰ উপশম কৰি দিব পৰা যায় তেন্তে তেওঁৰ দুষ্টামি কমিবই। এই কাৰণে কৰুণাই মনক শান্তি দিব পৰা স্বৰূপটো প্ৰতিষ্ঠিত কৰি ৰাখে।

## অভিকৰ্ম্মকাৰী কৰুণা

পৃথিৱীত যিমানবিলাক বীজাণুৰ সৃষ্টি হৈছে তাক নিৰ্ম্মূল কৰা আৰু যিমানবিলাক উদ্ভিদ তথা প্ৰাণী আছে তাৰ বিকাশ সাধন কৰা অতি প্ৰায়োজনীয়। সূৰ্য্যৰ কিৰণে কি কৰে? বাগ-বাগিছাত থকা জীৱাণুবোৰ নষ্ট কৰে আৰু বৃক্ষ তথা প্ৰাণীৰ আহাৰ যোগায়। জুয়োটাৰ কাৰণে এটা মাত্ৰ গুণ আছে। সেই গুণটো নো কি? পোহৰ দিয়া। নিজৰ পোহৰ দিয়া স্বভাৱটো সূৰ্য্যৰ কিৰণে কেতিয়াও সলনি নকৰে। সেই নিচিনাকৈ জুইৰে আমি ভাত ৰান্ধোঁ। কেৰাহীত চাউল আৰু পানী দি জুইৰ ওপৰত তুলি দিওঁ। তাৰ পিচত ভাত হয়। আৰু ক'ৰবাত যদি জাবৰ-জোঁথৰ পৰি থাকে আৰু তাক চাফ্ কৰিব লগা হয় তেন্তে তাত আমি জুই লগাই দিওঁ। তেতিয়া জেং-জাবৰ নোহোৱা হৈ পৰে। জুয়োটা সময়তে তাক একেটি মাত্ৰ গুণৰ অৰ্থাৎ উষ্ণতাৰূপী গুণৰ স্পৰ্শ হয়।

এইদৰেই কৰুণাই এইটো নেভাবে যে সন্মুখৰ জন যেনেকুৱা, তেনেকুৱাই হ'ব লাগে। অজ্ঞান ল'ৰাৰ আগত জানো শিক্ষকো অজ্ঞানেই হ'ব লাগিব? শিক্ষক জ্ঞানী কাৰণেতো অজ্ঞানী ল'ৰাক জ্ঞান দি অজ্ঞানতা দূৰ কৰিব পাৰে। ওচৰলৈ যদি কোনো জ্ঞানী আহে তেতিয়া জ্ঞান চৰ্চ্চা কৰিব। অজ্ঞানতাৰ বিনাশ আৰু জ্ঞানৰ চৰ্চ্চাৰ কাৰণে তেওঁ জ্ঞানকেইহে ব্যৱহাৰ

কৰিব। দুয়োটা সময়তে তেওঁ একে ব্যৱহাৰকে কৰিব। কিয়নো জ্ঞানীৰ স্বভাৱেই হৈছে জ্ঞান। সাধুপুৰুষে সাধুপুৰুষৰ লগত আৰু সজ্জনে সজ্জনৰ লগত শিষ্ট ব্যৱহাৰ কৰে। তাৰ দ্বাৰাই সজ্জনতা বাঢ়িব আৰু আগত যদি দুৰ্জ্জন থাকে তেন্তে সজ্জনে দুৰ্জ্জনৰ লগতো সজ্জনতাৰেহে ব্যৱহাৰ কৰে। তাৰ দ্বাৰায় দুৰ্জ্জনতাই পৰাজয় স্বীকাৰ কৰিব। এই দৰেই দুৰ্জ্জন আৰু সজ্জনৰ লগত একে ব্যৱহাৰ কৰা গুণ তেওঁ ত্যাগ নকৰে। সেই দৰেই আগত কোন আছে তাক কৰুণাই নেচায়। আন্ধাৰত চাকি লগোৱা হয়। চাকিয়ে কি দেখে? সি আন্ধাৰক দেখেনে বাৰু? য'লৈকে যাব ত'তে সি পোহৰকেই হে দিব। অৱশ্যে দিনত তালৈ কোনেও নেচায়। নেচালেও সি নিজৰ জ্যোতি নেহেৰুৱায়। সকলো অৱস্থাতে পোহৰ দান কৰাটো চাকিৰ স্বভাৱগত ধৰ্ম্ম। সি বাহিৰৰ ভেদাভেদ একোকে চিনি নেপায়।

যি বাহিৰৰ ভেদাভেদৰ কথা জানে সি জড়-অৱস্থা প্ৰাপ্ত হৈছে বুলি ধৰি ল'ব লাগে। তেওঁ নিজৰ ইনিচিয়েটিভ্ আনৰ হাতত সোধাই দিয়ে। পোহৰক মই বেছিও কৰিব পাৰোঁ! কমাবও পাৰোঁ। অৰ্থাৎ তাৰ পোহৰ দিয়া স্বভাৱটো চেতনৰ হাতলৈ আহি গৈছে। সেই দৰেই নিজক সজ্জন বা দুষ্ট কৰাৰ কাম মই আনৰ হাতত দি দিছোঁ। তাৰ পিচত মই মদাৰীৰ বান্দৰ হৈ পৰোঁ। মদাৰীয়ে মোক যেনেকুৱাকৈ নচুৱাব খোজে সেইদৰেই নচুৱাব পাৰে। মই মোৰ চেতনত্ব আপোনালোকৰ হাতত দি জড় হৈ পৰিছোঁ। সন্মুখত এইখন খেল পথাৰ আছে। তাক মই পৰিষ্কাৰ-পৰিচ্ছন্নও কৰিব পাৰোঁ, লেতেৰাও কৰিব পাৰোঁ। তাৰ যিটো স্বভাৱ তাক মই পৰিবৰ্ত্তন কৰিব পাৰোঁ, কাৰণ সি হৈছে জড় বস্তু। কিন্তু কৰুণা কেতিয়াও জড় হ'ব নোৱাৰে। সি বৰ আক্ৰমণকাৰী আৰু অভিক্ৰম নিজৰ হাতত ৰাখে।

এইদৰেই কৰুণাৰ তিনিটা গুণ আছে :—

১। সি কালৈকো বাট-চাই নেথাকে। নিজেই আনৰ ওচৰলৈ ঢাপলি মেলে।

২। সি ভেদাভেদ একো বুজি নেপায়।

৩। সি ইনিচিয়েটিভ্ নিজৰ হাতত ৰাখে।

আজি আমাৰ সমাজত জানো কৰুণা নাই? আছে, পিচে সি বৈ নেথাকে। নিজে গৈ কাৰোবে দুঃখ দূৰ কৰাৰ প্ৰেৰণা নেপায়। দুঃখিত সকল নিজেই আহিব আৰু নিজৰ দুঃখ প্ৰকাশ কৰিব, তেতিয়াহে আমাৰ অন্তৰ গলি যাব। ই জীৱিত কৰুণা নহয়। যি কৰুণা মৰিবলৈ সাজু হৈ থাকে, তাৰ সিমানতে শেষ হয়। সি নিজে উঠি যাব নোৱাৰে। ইয়াৰ উপৰিও ভেদ চাইহে কাম কৰে। নিজৰ জাতি বুলি নিজৰ মানুহৰ কাৰণে চিন্তা কৰা অনুষ্ঠান কিমান আছে? আচলতে তাক কৰুণা বুলিব নোৱাৰি। কৰুণাত ইনিচিয়েটিভ্ নেথাকে। পাকিস্থানে সৈন্য বঢ়াব লাগিছে। আমাৰ 'পলিচী' হৈছে শান্তিৰ। আমি সৈন্য বঢ়াব খোজা নাই। কিন্তু এতিয়ানো কি কৰা যায়? সিফালে পাকিস্থান সুসজ্জিত হৈ উঠিছে, এই কাৰণে আমিও নিজৰ সৈন্য বঢ়াব লাগে। তাৰ মানে আমাৰ নেচনেল প্লেনিংৰ নাকী জৰিডাল পাকিস্থানৰ হাতত আছে। সকলোৱেই ভয় কৰিছে, সেই কাৰণে সেনা বঢ়াবও খুজিছে। বাস্তৱতে আমি আমাৰ সৈন্য কমাবহে লাগে। এই খিনি সাহস য'ত নাই, সি কৰুণাই নহয়। যি কৰুণা ভয়াতুৰ হয়, সি ক্ৰূৰতাৰ ৰূপ লয়, সি প্ৰকৃত কৰুণা নহয়। কৰুণাৰ ইনিচিয়েটিভ্ আমি হেৰুৱাই পেলাইছোঁ।

## আমি পিচ পৰোঁনে?

মানুহে কৈছে যে আজি দেশৰ মাজত থকা দেৱাল খহি পৰিছে।

এই কাৰণেই পাশ্চাত্য ভাব-ধাৰাৰ আক্ৰমণ চলিছে আৰু তাৰ মতে আমি পৰিবৰ্ত্তনো হ'ব লাগিব। নিজক 'এড্‌জাষ্ট' কৰি ল'ব লাগিব। আমিতো কওঁ এই কথাটোৰ বিষয়ে অলপ ভাবকছোন; দেৱাল বাৰু থহিছে, সিফালে আক্ৰমণনো ক'ত চলিছে তাৰ কিবা চিকিৎসা আছেনে নাই? "ওৱান্‌ বে ট্ৰেফিক" নে কি? আমাৰ দেশ অতি প্ৰাচীন। পুৰণি কালৰে পৰা ইয়াত বিচাৰ ধাৰা ধাৰাবাহিক ভাবে চলিয়েই আছে। পুৰণা অভিজ্ঞতাও আছে। এই কাৰণে ইয়াৰ বিচাৰ-ধাৰাৰ আক্ৰমণো সেই ফালেদিহে হ'ব। তেওঁলোকৰ অভিজ্ঞতা নতুন। ইউৰোপ-বাসীৰ মাত্ৰ দুহেজাৰ বছৰৰ অভিজ্ঞতাহে আছে। আমেৰিকা বাসীৰ যে পাঁচশ বছৰৰ আছে। ভাৰতবৰ্ষত দহ হেজাৰ বছৰৰ পুৰণি অভিজ্ঞতা গোট খাইছে। ইয়াৰ বাইজৰ অভিজ্ঞতা যথেষ্ট আছে। এজন আমেৰিকাৰ ভায়ে এখন কিতাপ লিখিছিল। কিতাপখনৰ নাম আছিল "ফাৰ্ম্মাৰ্চ অৱ ফৰটী চেন্‌চুৰিজ্‌।" লেখক জনৰ নাম আছিল কিংগ। তাত তেওঁ লিখিছে যে আমেৰিকাই কৃষি বিদ্যা চীনৰ পৰা শিকিব লাগে। প্ৰতি ইঞ্চিত মাটিৰ সদ্‌ব্যৱহাৰ কেনেকৈ কৰিব পাৰি, এইটো চীনৰ পৰা শিকিব লাগে। চীন বৰ অভিজ্ঞ দেশ। তেওঁ আকৌ লিখিছে যে মোৰ কিতাপখন আজি আমেৰিকাত কোনো কামত নাহে। কিন্তু দুশ বছৰৰ পিচত যেতিয়া জন-সংখ্যা বাঢ়িব তেতিয়াহে কামত আহিব।" মুঠতে আমেৰিকা হৈছে নতুন দেশ। তাত বিজ্ঞান যথেষ্ট বাঢ়িছে। তথাপি ইয়াৰ খেতিয়ক তাৰ খেতিয়কতকৈ বেছি অভিজ্ঞ। বিজ্ঞান নোহোৱাকৈয়ে এওঁলোকে কাম কৰিব লাগিছে। তাৰ খেতিয়ক যদি ইয়ালৈ আহে তেন্তে তেওঁলোকে কাম কৰিব নোৱাৰিব। তেওঁলোকে ইয়াত একোৰে মোৰ নেপাব। পুৰণি কালত ভাৰতবৰ্ষত শাকাহাৰৰ প্ৰয়োগ চলিছিল আৰু ফল স্বৰূপে কোটি কোটি মানুহে মাংসাহাৰ ত্যাগ

কৰিলে। কিন্তু পাশ্চাত্য দেশবোৰত আজি প্ৰায় আঠৈকুৰি বছৰ ধৰি তাৰ প্ৰয়োগ চলিবই লাগিছে। গতিকে আমি কেনেকৈ কওঁ যে আমি পিচ পৰা।

সেইদৰেই আকৌ পলিটিক্সলৈ মন কৰক। তাতো আমাৰ দেশ আগবঢ়া। আমাৰ দেশত চৈধ্যতা ভাষা চলে। তথাপি এইটো কোনেও নিবিচাৰে যে আমাৰ ৰাষ্ট্ৰ বেলেগ বেলেগ হওক। সকলোৱেই নিজক ভাৰতৰ অঙ্গ বুলি ভাবে। কিন্তু ইউৰোপলৈ মন কৰকচোন। ডেনমাৰ্ক্, বেলজিয়ম, হলেণ্ড—এইবোৰ হৈছে সৰু সৰু দেশ। তেওঁলোকৰ ধৰ্ম্ম একেটা, ভাষাতো বেছি পাৰ্থক্য নাই, তথাপি তেওঁলোকে নিজক বেলেগ বেলেগ বুলি ভাবে। অকল এয়েই নহয়, ভগৱানে প্ৰত্যেক দেশৰ সীমাত নদী বা পাহাৰ আদি দিয়া নাই ; এই কাৰণে ভগৱানৰ ভুল শুধৰাবৰ মনেৰে দুখন প্ৰদেশৰ মাজত দেৱাল দি লৈছে। ভাৰতৰ নিচিনা একতা ইউৰোপত কুৰি বছৰত হবনে নাই আঠৈকুৰি বছৰত হব তাক থিৰাংকৈ কব নোৱাৰি। কিন্তু সি হোৱাটো অনিবাৰ্য্য। সেইবিলাক যেতিয়া এক হব তেতিয়াহে ভাৰতৰ নিচিনা হব পাৰিব। এই ক্ষেত্ৰতো যে ভাৰত আগবঢ়া তাত কোনো সন্দেহ নাই। এইটো একেবাৰেই সঁচা কথা যে ভাৰতৰ নিচিনা ব্যাপক ৰাষ্ট্ৰীয় দৃষ্টি ইউৰোপে এতিয়াও পোৱা

## পাঁচ পৰমেশ্বৰী পদ্ধতি

আজি গণ-তন্ত্ৰত মেজৰিটীৰ কথা চলিছে। তাত মগজুৰ কোনো প্ৰশ্ন নাই কেৱল মাত্ৰ হাত গণে। এই নিমিত্তে কোনো বিশেষ মহত্বপূৰ্ণ কামৰ কাৰণে কমিছন (আয়োগ) নিযুক্ত কৰে। তেওঁলোকৰ ৰিপোৰ্ট মতে কাম কৰে। কিয়নো তেওঁলোকে এইটো ভালকৈ বুজি পাইছে

যে অকল মেজৰিটী ( অধিক সংখ্যক ) ৰেই যে বুদ্ধি থাকে, এনে নহয়। এই কাৰণে অন্যৰ বুদ্ধিৰো তেওঁলোকে সহায় বিচাৰে। এই পদ্ধতিটো ভাৰতলৈ বাহিৰৰ পৰা আহিছে। ভাৰতত যি গণতন্ত্র আছিল, তাৰ নিয়ম বেলেগ আছিল। "পাঁচ বোলে পৰমেশ্বৰ" ( পাঁচ জন য'ত নিৰঞ্জন ত'ত ) অৰ্থাৎ পাঁচজন মানুহ একমত হৈ যি কৰ সেয়েই পৰমেশ্বৰৰ আদেশ। এইটো হৈছে আমাৰ ভাৰতৰ পুৰণি পদ্ধতি। ইয়াৰ প্ৰয়োগ ইংলণ্ড আৰু আমেৰিকাৰ মানুহে আজিও কৰিয়েই আছে। ভাৰতৰ পুৰণি পদ্ধতি সৰ্ব্বোদয়ৰ। আজি-কালি যি পদ্ধতি পৃথিৱীত চলিব লাগিছে সি বিবাদৰ হে সৃষ্টি কৰে। তাক শুধৰাব লাগিব।

## শান্তিৰ লগত সেনা কিয়

তাৎপৰ্য্য হৈছে এই যে আমাৰ অন্তৰত যদি প্ৰকৃত কৰুণা থাকে তেন্তে সি নিজৰ হাতত ইনিচিয়েটিভ্ ৰাখিবই। আজি কৰুণা দাসী হৈ পৰিছে। সি যদি যুদ্ধ বন্ধ কৰিব পাৰে তেতিয়াহে আচল কৰুণা বুলি গণ্য হয়। এনেকুৱা কৰুণাকে আমি বিচাৰিছোঁ। ভূদান, গ্ৰাম-দানৰ দ্বাৰায়ো এনেকুৱা কৰুণাকে নিৰ্ম্মাণ কৰিব খুজিছোঁ। আমাৰ কৰুণা এনেকুৱা হব লাগিব যি গোটেই পৃথিৱীকে কৰুণাময় কৰি তুলিবলৈ সক্ষম হ'ব পাৰে। আমি আমাৰ মাজত বন্ধুত্ব স্থাপনা কৰিম। আমাৰ কৰুণাৰ দ্বাৰায়েই আনকি এটম, হাইড্ৰোজেন। বোমাকো বিলোপ কৰিম। এনেকুৱা সাহস যি কৰুণাত আছে সেই কৰুণাকে আমাক লাগে। গ্ৰাম-দানৰ জৰিয়তে আমি এনেকুৱা কৰুণাৰেই শক্তি সৃষ্টি কৰিব খুজিছোঁ। এই নিমিত্তে আমি ইয়াত শান্তি-সেনা গঠন কৰিব খুজিছোঁ। ইয়াৰ নাম শান্তি-সেনা। শব্দটো ভালকৈ মনত ৰাখিব। আজি শান্তি শব্দৰ উচ্চাৰণ সকলোৱেই কৰিছে। কিন্তু সি আজি 'বেচাৰী' হৈ পৰিছে। সি আজি

আক্ৰমণ নকৰে। যেতিয়ালৈকে সি আক্ৰমণ নকৰিব তেতিয়ালৈকে 'বেগাৰী' হৈয়েই থাকিব। এই কাৰণে আমি 'শান্তি'ৰ লগত 'সেনা' শব্দটো লগ লগাই দিছোঁ।

পস্যানূৰ (কন্নূৰ)

১৪-৮-'৫৭

গাৱেঁ গাৱেঁ সেৱক প্ৰস্তুত হওক  ঃ ৮ ঃ

## বিজ্ঞানৰ বিবিধ শক্তি

আজি আমি মৰিমনে জীয়াই থাকিম এই কথাটো কেইজনমান মানুহৰ ওপৰতেই নিৰ্ভৰ কৰিছে। তেওঁলোকৰ ভিতৰৰ কোনোবা এজনৰো মনত যদি কেনেবাকৈ কু-বুদ্ধি খেলায় তেন্তে আমাৰ জীৱন সঙ্কটাপন্ন হবই। তাৰ পিচত আৰু আমাৰ বিবেকে কাম নকৰা হব। সেই ৰাক্ষসৰ ওপৰতেই আমাৰ সমগ্ৰ জীৱন আধাৰিত হৈ পৰিছে। আচলতে তেওঁ ৰাক্ষস নহয়, আমাৰ নিচিনা মানুহেই। আমিহে তেওঁৰ হাতত অস্ত্ৰ-শস্ত্ৰ আৰু আমাৰ সমস্ত দায়িত্ব অৰ্পণ কৰি ৰাক্ষস কৰি পেলাইছোঁ। আমি একেবাৰেই অনাথ হৈ পৰিছোঁ। আজি বিজ্ঞান যথেষ্ট আগবাঢ়ি গৈছে। বিজ্ঞানৰ আধাৰত ঠায়ে ঠায়ে ব্যৱস্থা হব পাৰে। এতিয়া আণৱিক যুগ আহিব লাগিছে। এই কাৰণে বিজুলীৰ দ্বাৰাই যিমান বিকেন্দ্ৰিত ব্যৱস্থা হব নোৱাৰে, সিমান এটমিক এনাৰ্জীৰ দ্বাৰাই অনায়াসে হব পাৰে। এই গোটেই বিদ্যুত-শক্তি, এটমিক শক্তি, ভাষা-শক্তিয়েই বিধ্বংসকাৰীও হব পাৰে আৰু নিৰ্ম্মাণকাৰীও হব পাৰে। ইহঁতে কল্যাণো কৰিব পাৰে আৰু উপদ্ৰৱো কৰিব পাৰে। এতেকে বিজ্ঞানৰ প্ৰগতি, ভালৰ কথাই। তাৰ দ্বাৰাই জীৱন সুলভ হব। যদি

তাৰ লগত অহিংসাও লগ লাগে, তেন্তে পৃথিৱীতে স্বৰ্গ আহি যাব। কিন্তু হিংসা তাৰ লগ লগা মানেই গোটেই সৰ্ব্বনাশ কৰা।

এই কাৰণে আমি ইয়াৰ বিষয়ে ভাবিব লগা হৈছে। বিজ্ঞানৰ লগত অহিংসাক লগ লগাই মানুহে সেই সেই ঠাইত নিজৰ কাম চলাই থাকিব লাগে। তেনে অৱস্থাত কেন্দ্ৰীয় চৰকাৰত অতি কম ক্ষমতাহে থাকিব। আৱশ্যক হলে তেওঁলোকে বুদ্ধি পৰামৰ্শ দিব পাৰিব। কিন্তু তেওঁলোকৰ হাত কোনো শাসন ক্ষমতাত নেথাকিব। গৌতম বুদ্ধ মহান্ আছিল, সেইবুলি তেখেত জাঁনো শাসন ক্ষমতালৈ আকৃষ্ট হৈছিল? অৱশ্যে শঙ্কৰাচাৰ্য্যই দণ্ড ধৰিছিল কিন্তু সি দণ্ড "শক্তি" নাছিল। তেখেত সন্ন্যাসী, সকলোতে ঘুৰি ফুৰিছিল। ক'ত পানী কিমান হৈছে তাক জোখা কামত হে সি ব্যৱহাৰ হৈছিল। আমাৰ পুৰণি পৰিকল্পনা মতে দণ্ড যদি কাৰোবাৰ হাতত থাকিব লাগে, তেন্তে সি সন্ন্যাসীৰ হাততে থাকিব। আজিৰ পৰিস্থিতি কেনেকুৱা? ৩২ ইঞ্চি বহলৰ বুকু থকা সকলৰ হাতত হে দণ্ড দিয়া হৈছে। বৰ বৰ তমোগুণী ৰাক্ষসৰ হাতত দণ্ড শক্তি বিদ্যমান। দেশত মদ বন্ধ হব লাগে, সিয়ো ব্যৱস্থা কৰিলেহে হয়। যিহেতু তেওঁলোকে আমাক ৰক্ষা কৰে। সেইবাবে তেওঁলোকৰ ভোগ উকলিব লাগে। আনকি ব্যভিচাৰ কৰিবৰ কাৰণে ছোৱালীও দিব লগা হয়। কাৰণ তেওঁলোক ঘৰৰ বাহিৰত থাকে। তেওঁলোক ত্যাগী, তেওঁলোক আমাৰ ৰক্ষক। আমি আটাইবোৰ ভেৰা। আমাৰ ৰথীগ্নসকলে তেওঁলোকক নিৰ্ব্বাচিত কৰিছে। যদি তেওঁলোকক সুখত ৰাখিব পৰা নেযায়, তেওঁলোকৰ ভোগ পূৰা নহয়, তেন্তে আমি মৰিব লাগিব। এই কাৰণে আমি ভোকত থাকিব লগা হ'লেও তেওঁলোকে ভাল ভাল খাদ্য পাবই লাগিব। ভোগ বিলাসৰ উপকৰণ আৰু বাগিয়াল বস্তু পূৰা মাত্ৰাই পাব লাগে। তাকে দেশ ভক্তি বুলি ধৰি লোৱা হয়। তেওঁলোকৰ দ্বাৰায়েই দেশ ৰক্ষা হয় বুলি মনা হয়। ই কেনে হতবুদ্ধিৰ লক্ষণ

দেশত ভাণ্ডৱ ভাণ্ডৱ বিধান আৰু জ্ঞানী সকলোৱেই আছে। আমকি তেওঁলোকেও নিজক অনাথ বুলি ভাবে আৰু দুৰ্জ্জনৰ হাতত দণ্ড-শক্তি দি দিয়ে। ৰামৰ সৈন্য জানো মদ'পী আৰু ব্যভিচাৰী আছিল? সেইবিলাক আছিল ফলাহাৰ কৰোঁতা বান্দৰ। সি সাধাৰণ মানুহতকৈও কম ভোগ কৰে, তেনেবিলাক হে তেওঁৰ সৈনিক আছিল। যি ত্যাগী, সাত্বিক ভাবাপন্ন, সদাঁচাৰী তেওঁলোকে হে আমাক ৰক্ষা কৰিব পাৰিব। কিন্তু আজি ৩২ ইঞ্চিয়া বুকু থকা সকলক বচা হয় আৰু মাৰিবলৈকো তেওঁলোকক শিক্ষা দিয়া হয়।

## চৰকাৰক নিবন্তুৰা কৰাৰ ব্যৱস্থা

এজন ভায়ে কৈছিল যে আপোনাৰ কথাবোৰ খুব ভাল লাগিছে, পিচে ই হৈ উঠিব কেনেকৈ? আমি কওঁ যে "কেনেকৈ হব" এনে ধৰণৰ প্ৰশ্ন সুসুধিব। আমি কেনেকৈ কৰিম, এই বিষয়ে হে ভাবিব লাগে। প্ৰথমতে আমি নিশ্চিত কৰি লব লাগে। তাৰ পিচত বিবেকে ইঙ্গিত দিবই। আপোনালোকৰ গাৱঁৰ ব্যৱস্থা আপোনালোকেহে কৰিব লাগিব, বাবাই নকৰে। গাৱঁৰ হাই-কাঁজিয়া, দন্দ-খৰিয়াল আদি বাহিৰলৈ যাব নেলাগে। গাৱঁত চুৰি-চাপাচী নাইকিয়া হ'লে পুলিচৰো প্ৰয়োজন নোহোৱা হব। চুৰনো কৰিবই বা কিয়? গাৱঁৰ মালিকী স্বত্ব বিভাজিত তো হবই। এই ভিক-অনন্তপুৰ বাসীয়ে যে ক'ৰ্ট বিচাৰিছে, কিয় বিচাৰিছে বাৰু? তেওঁলোকে কৈছে যে আমি কাঁজিয়া-পেচাল বঢ়াম, গতিকে আমাক ক'ৰ্ট লাগে, জেইল লাগে, ফাঁচীৰ ব্যৱস্থা লাগে। এই মালবাৰ বাসীয়ে কি কৈছে? তেওঁ-লোকেও ইয়াকে কৈছে যে আমিওতো কাঁজিয়া কৰিব পাৰোঁ। আমি তেওঁলোকতকৈ কোনো গুণেই হীন নহয়। এইদৰেই সকলোতে চলিছে। ক'ৰ্ট বাৰু কিয় লাগে? তাক দাঙি নি দক্ষিণ মহাসাগৰত পেলাই দিয়ঁ। ব্যৱস্থিত মিছা কথা কেনেকৈ কব লাগে এইটো তাত শিকোৱা হয়। এই

চাৰ্কেলটোৰ ভিতৰত কোনো পুলিচ বা ক'ৰ্টৰ যে আৱশ্যকতা নাই এই কথাটো চৰকাৰে উপলব্ধি কৰিব পাৰিব লাগে। এই নিচিনাকৈ চৰকাৰক নিৰস্ত্ৰা কৰি পেলাবলৈ আমাৰ প্ৰত্যেকৰে সাহস হব লাগে। তেতিয়াহে জগতবাসী সুখী হব পাৰিব।

## গাৱেঁ গাৱেঁ ভাল শাসক থাকিব

গাঁৱৰ মানুহে প্ৰেমৰ ডোলত আবদ্ধ হৈ এখন গাওঁ-সমাজ গঠন কৰিব। আজি পৰ্য্যন্ত তেওঁলোকে নিজৰ পৰিয়ালৰ কাৰণেহে ভাবিছিল। এতিয়া গোটেই গাওঁখনৰ বিষয়ে ভাবিবলৈ ধৰিব। এইদৰেই তেওঁলোকৰ দৃষ্টি ব্যাপক হৈ উঠিব। এই কামৰ কাৰণে যুৱক-শক্তি আগবাঢ়ি আহিব লাগে। পৰিপক্ক বুদ্ধি সম্পন্ন বৃদ্ধসকলক পথ প্ৰদৰ্শন কৰিবৰ কাৰণে বদ্ধপৰিকৰ হব লাগে। গাৱঁৰ সমুদায় ব্যৱস্থা আমি কৰিব পাৰেঁ।। চৰকাৰৰ নো বাৰু শক্তি কিমান আছে? আমাৰ যি আছিল তাৰেই ক্ষুদ্ৰতম অংশ এটা হে আমি তেওঁলোকক দিছোঁ। এইদৰেই সকলোৱে ক্ষুদ্ৰতম অংশবিলাক একেলগ হোৱা বাবে বেছি যেন দেখা যায়। আমি অনুভৱ কৰিব লাগে যে আমাৰো শক্তি আছে। সেই শক্তিৰ দ্বাৰাই আমি আমাৰ ব্যৱস্থা কৰিব লাগে। ব্যৱস্থাৰ ভিতৰত মাটি বিতৰণ, উৎপাদন বৃদ্ধি কৰণ, গাৱঁলীয়া শিল্পৰ প্ৰচলন, শিক্ষা সম্বন্ধীয় পৰিকল্পনা আমদানি-ৰপ্তানীৰ প্ৰতিবন্ধন, গাৱঁৰ সামূহিক দোকান, গাওঁ ৰক্ষা আদি সকলোৱেই আহি পৰিছে, অৰ্থাৎ চৰকাৰৰ যিমান বিলাক বিভাগ আছে, সেই সকলোবোৰেই গাৱঁত থাকিব। এইদৰেই প্ৰতি গাৱঁত সৰ্ব্বোদয় সেৱক প্ৰস্তুতহৈ উঠিব আৰু গোটেই কেৰলতে সৰ্ব্বোদয় সেৱক সকলৰ সংগঠন গঢ়ি উঠিব।

পলঘাগণ্ডী (কন্নূৰ)

১৩-৯-'৫৮

ভূদান, সম্পত্তি-দান, গ্ৰাম-দান আদি শব্দবোৰতো আপোনালোকে সদায় শুনিয়েই আছে। গতিকে মই আৰু সেই বিষয়ে নকওঁ। আপোনালোকৰ ভিতৰত যি সকলে বাতৰি কাকত পঢ়ে, তেওঁলোকে চাগৈ পাইছে যে কেৰলত শান্তি-সেনাৰ এটা নতুন ভাব-ধাৰা বাইজৰ আগত দাঙি ধৰা হৈছে। এই শান্তি-সেনানো কি এই বিষয়ে আপোনালোকে খবৰটো মাৰি জানি লোৱা উচিত।

## যাদুকৰৰ গণতন্ত্ৰ

আজি কি চলিছে? দেশৰ কাৰবাৰ ৰক্ষা আদি চৰকাৰে কৰে। তেওঁলোক সাধাৰণতে কোনো এটা দলৰ থাকে। পাঁচ বছৰৰ পিচত তাৰ সাল-সলনি হব পাৰে। ফ্ৰান্সৰ নিচিনা দেশত যি চৰকাৰ গঠনেই হব নোৱাৰে। ৪।৫ মাহৰ অন্তৰে অন্তৰে চৰকাৰ সলনি হৈয়েই থাকে। আপোনালোকেও এই প্ৰদেশত কিছু অভিজ্ঞতা অৰ্জ্জন কৰিবলৈ সুবিধা পাইছে। এই পাৰ্টি-পলিটিক্স যিমানেই বাঢ়িব, সিমানেই আপোনালোকৰ অভিজ্ঞতাও বাঢ়িব। অনেক পাৰ্টি থিয় হয়। এটাৰ আয়ডিয়'লজী, আনটোৰ আয়ডিয়'লজীৰ লগত সংঘৰ্ষ হয়। ফলত মানুহৰ মাজত কাঁজিয়াৰ সৃষ্টি হয়। তেনে অৱস্থাত মানুহে কেতিয়াবা ইটো দলক নিৰ্ব্বাচিত কৰে, কেতিয়াবা সিটো দলক, কেতিয়াবা যাৰ হাতত সৈন্য-সামন্ত থাকে, তেওঁলোকেই ক্ষমতা লৈ লয়। য'ত সৈন্যদলৰ কমাণ্ডাৰ ইন-চিফ্ জনপ্ৰিয় হয়, মন্ত্ৰীমণ্ডল দুৰ্ব্বল হয়, মানুহবোৰে পাৰ্টি-পলিটিক্স্ লৈয়েই কাঁজিয়াত ব্যস্ত থাকে, এনেকুৱা অৱস্থাত ইজিপ্তৰ নাচিৰৰ দৰে তেওঁ শাসন-ক্ষমতা নিজৰ হাতত লৈ লয়। গণতন্ত্ৰত কেতিয়াবা কেতিয়াবা হিট্‌লাৰো আহি

উপস্থিত হয়। কেতিয়াবা কোনোবা মানুহ বলত বাৰে বাৰে নিৰ্ব্বাচিত হৈ আছে। প্ৰেচিডেণ্ট, ৰুজভেল্ট, চাৰিবাৰ নিৰ্ব্বাচিত হৈ আছিছিল। তেওঁৰ যাদু ইমান ফলিয়াইছিল যে নমৰা হলে পঞ্চমবাৰো কিজানি নিৰ্ব্বাচিত হৈ আছিলহেঁতেন হে। এই কাৰণে পাৰ্টি-পলিটিক্সৰ জৰিয়তে যি লোক ৰক্ষা হয় সি ভ্ৰমাত্মকহে। মানুহ অনাথৰ নাথ হৈ পৰে। আমি যে আমাক ৰক্ষা কৰিব পাৰো এই সাহসটো তেওঁলোকৰ নজন্মে। সকলোবোৰ চৰকাৰৰ ওপৰতেই নিৰ্ভৰ কৰি চলা হয়।

## নাম মাত্ৰ ডেমক্ৰেচী

আমি নিজক ৰক্ষা কৰিব নোৱাৰোঁ. ন্যায়-বিচাৰ কৰিব নোৱাৰোঁ, আৰু আমাৰ কাৰবাৰো চাবলৈ আমি অপাৰগ। আমাৰ যি কৰিব লগা থাকে সকলো প্ৰতিনিধিয়েই কৰিব। প্ৰতিনিধিনো বাৰু কাৰ? আমাৰেই নহয় জানো? গৰাকী হ'লো আমি, তেওঁলোক হৈছে আমাৰ প্ৰতিনিধি অৰ্থাৎ চাকৰ। চাকৰে কৰিব পাৰে, মই নিজে হলে কৰিব নোৱাৰোঁ। মই বৰ ডাঙৰ গৰাকী। মোৰ পিয়াহ লাগিছে। কিন্তু মই পানী খোৱা নাই। সেই সময়ত চাকৰ-বাকৰ যদি নেথাকে লাগিলে ১৫ মিনিট অপেক্ষাকে কৰিম। চাকৰ যেতিয়া আহিব, পানী দিব আৰু খাম। আৰু যদি চাকৰে বাৰে বাৰে পলম কৰে তেন্তে তাক খেদি দি আন চাকৰ ৰাখিম। মূঠতে চাকৰে পানী নিদিলেহে খাম নিদিয়া পৰ্য্যন্ত বাট চাই থাকিম; কিয়নো মই হৈছোঁ গৰাকী। মই নিজে উঠি লৈ গিলাচত ভৰাই পানী খাবলৈ মোৰ শক্তি নাই। গৰাকীয়ে নিজে লৈ পানী খাবলৈ জানো সংবিধানত লিখা আছে? নাই। চাকৰে আনি দিব। যদি তেওঁ ঢিলামি কৰে তেন্তে পাঁচ বছৰৰ পিচত হে অন্য এজন বাচি লব পৰা যাব। এই অনুক্ৰমেই আমি নামত হে গৰাকী বাস্তৱিক পক্ষে

'গোলাম'। যেনেকৈ ডাল-দৰিদ্ৰৰ ছোৱালীৰ নাম লক্ষ্মী, অজমূৰ্খ ছোৱালীৰ নাম সৰস্বতী বা বিদ্যা ৰখা হয়, সেইদৰেই ইয়াৰ নামো ডেমোক্ৰেচী ৰখা হৈছে। গোটেই ৰাইজ হৈছে যজমান, তেওঁলোকে নিজৰ কামৰ কাৰণে চাকৰি বাচি লয়। কিন্তু নিজে লৈ পানী খাবৰ অধিকাৰ তেওঁলোকৰ নাই। মানুহবিলাকে নিজৰ ভৰিত ভৰ দি থিয় নহয়, তেওঁলোকৰ ভৰিয়ে খোজ কাঢ়িব নোৱাৰা হৈছে, পানীৰ কলহটোৰ ওচৰলৈ যাব নোৱাৰে, ঢাকনিখন দাঙিব নোৱাৰে, গিলাচটো কলহত ভৰাই পানীটোপা উলিয়াবলৈ অপৰাগ, তেওঁলোকে মাত্ৰ পানী খাব হে পাৰে। সেই কাৰণেই চাকৰলৈ বাট চাই থাকে। চাকৰ আহিব, পানী দিব, খাম। এই অৱস্থাটো অকল ছুই এখন দেশৰেই নহয় গোটেই পৃথিৱীৰেই।

## পাৰ্টীৰ পৰা মুক্ত হব লাগে

এতিয়া এই শান্তি-সেনা, সৰ্ব্বোদয়, গ্ৰাম-দান এইবোৰনো কি? এই সকলোবোৰৰে ভাবাৰ্থ হৈছে এই যে আপোনালোকে নিজৰ নিজৰ কাম নিজৰ হাতত লৈ লওক। আজি পাৰ্টী গঠন কৰি সকলো ক্ষমতা নিজৰ ওপৰত জাপি লৈছে কিন্তু নিজে হলে একো কাম নকৰে। এই বাবেই এতিয়া পাৰ্টীৰ পৰা সকলো মুক্ত হব লাগে। ইয়াত এনেধৰণৰ কামৰ কাৰণে সৰ্ব্বোদয় মণ্ডল গঠন হৈছে। কিন্তু সেই মণ্ডলে এইটো নকয় যে আপোনালোকৰ কাৰণে আমি সৰ্ব্বোদয় সমাজ গঠন কৰিম। এনেকুৱা কথা পাৰ্টীবোৰেহে কয়। সৰ্ব্বোদয় মণ্ডলে কব আপোনালোকে নিজে নিজে কৰিব লাগিব। ভগৱানে গীতাত কৈছে "উদ্ধৰেদাত্মনাত্মানম্"। আমি নিজেই নিজৰ উদ্ধাৰ কৰিব লাগিব। এই কাৰণে সৰ্ব্বোদয় মণ্ডলে কব যে এইটো আপোনালোকে নিজেই কৰিব পাৰিব। পণ্ডিতে আপোনালোকে নিজে কৰা হে ভাল। আমি নিৰ্ব্বিনিত আঁতৰাই যেন

যেখো সহায় কৰিব পাৰোঁ। আপোনালোকে নিজে কৰিব পাৰে যেতিয়া আপোনালোকেই কৰিব লাগিব।

## সন্মতিৰ গোবৰ্দ্ধন

চৰকাৰে সৈন্য ৰাখিছে। তাত আপোনালোকৰ সন্মতি আছে। আপোনালোকৰ প্ৰত্যেকেই তাৰ কাৰণে সাহাৰ্য্যও আগ বঢ়াইছে। ধৰি লওক সৈন্য বিভাগত ২০০ বা ২৫০ কোটি টকা খৰচ হব। সেই টকা ক'ৰ পৰা আহিছে? সেই টকাতো আপোনালোকেই দিছে। আনকি মোৰ আগত বহি থকা সেই ল'ৰাটোৱেও দিছে। সি জানো কাপোৰ নিপিন্ধে? পিন্ধে। সেই কাপোৰত টেক্স লগোৱা আছে। কেতিয়াবা যদি এখন্তেক ৰেলতো উঠিছে তাতো টেক্স ভৰিছেই। এইদৰেই আপোনালোকৰ ভিতৰত টেক্স নিদিয়াকৈ কোনো সাৰিব পৰা নাই। টেক্স মানে হৈছে আপোনালোকৰ সন্মতি। চৰকাৰে যিহকেই নকৰক লাগে তাত আপোনালোকৰ সন্মতি হৈ যায়। এইদৰেই সকলো ৰাইজৰ সন্মতি পোৱাটো এটা বৰ ডাঙৰ শক্তি। আমি আশাকৰোঁ গাৱঁৰ ৰাইজে নিজৰ নিজৰ কাৰণে শান্তি-সেনা গঠন কৰিব। নিত্য সেৱা কৰিবৰ কাৰণে সেৱা-সেনা থাকিব, কিন্তু ৰক্ষা কৰিবৰ কাৰণে শান্তি-সেনা গঠন হব। শান্তি-সেনাৰ শক্তি কি হব। আপোনালোক সকলোৰে সন্মতি। আপোনালোকৰ সন্মতি নেপালে তেওঁলোকে কাম কৰিব নোৱাৰিব।

ইয়াৰ বহুতো লোকেই সম্পত্তি-দান দিছে। ইয়াৰ মানে আমি ইমান খিনি মানুহৰ সন্মতি পাইছোঁ। কিন্তু চৰকাৰৰ কামৰ কাৰণে, সৈন্যৰ কাৰণে এই সক ল'ৰাটোৱেও সন্মতি দিছে। যি কাপোৰ পিন্ধে তেওঁৰেই টেক্স চৰকাৰলৈ যায়। এইদৰেই প্ৰত্যেকজন মানুহেই সন্মতি দিছে। ইয়াৰ অবিহনে চৰকাৰৰ শক্তি সৃষ্টি নহলহেঁতেন। সেইদৰেই যেতিয়ালৈকে

আপোনালোক সকলোৰে সম্মতি নেপাব তেতিয়ালৈকে শান্তি-সেনাৰ শক্তিও সৃষ্টিহৈ নুঠিব। কেইজনমান মানুহে সম্পত্তি-দান দিছে, আৰু হয়তো লাখ লাখ, কোটি কোটিয়েও দিব, দিব যথেষ্ট সেৱা-কাৰ্য্যও চলিব, তথাপি শান্তি-সেনাৰ শক্তি বাঢ়িব নোৱাৰে, কাৰণ সকলোৰে সম্মতি পোৱা নাই। এই কাৰণে আমি আশাকৰো প্ৰত্যেক ঘৰৰ পৰাই "সন্মতি" পাব লাগে। অকল সম্পত্তি-দান পালেই নচলিব। শান্তি-সেনাৰ কাম অৱশ্যে সম্পত্তি দানেৰেই চলিব, কিন্তু তাৰ শক্তি সম্মতি দানৰ দ্বাৰাই হে সৃষ্টি হব। এই কাৰণে ল'ৰাৰ পৰা বুঢ়ালৈকে মুনিহ-তিৰোতা নির্ব্বিশেষে সকলোৰে সন্মতি লাগে। আপোনালোকে গোবৰ্দ্ধন পৰ্ব্বতৰ কথা জানে নহয়? ভগবানে কৈছিল যে মই পৰ্ব্বত উঠাব পাৰো আৰু উঠামো; কিন্তু তাৰ দ্বাৰাই আপোনালোকৰ শক্তি সৃষ্টি নহব। এই কাৰণে গোকুলৰ সকলো ল'ৰা-বুঢ়া, মুনিহ-তিৰোতা মিলি গোবৰ্দ্ধন পৰ্ব্বত দাঙি ধৰিলে আৰু তাৰ পিচত ভগৱানে নিজৰ এটা আঙুলি লগালে। কৰ এইটোকে বুজিছিল যে সকলোৰে হাত নলগালে শক্তিৰ সৃষ্টি নহয়।

## প্ৰতি ঘৰৰ পৰা একেছা

শান্তি-সেনাৰ শক্তি বৃদ্ধি পাব লাগে। তাৰ কাৰণে আপোনালোকে কি কৰা উচিত? প্ৰতিঘৰ গৃহস্থত যিমান মানুহ থাকে তেওঁলোকৰ তৰফৰ পৰা সন্মতিদান হিচাপে কিবা দিব লাগিব। সম্পত্তি-দান হৈছে প্ৰত্যক্ষ সহায়। তাতো সম্মতি আছে, কিন্তু প্ৰতিজন ল'ৰা, বুঢ়া বা তিৰোতাৰ পৰা নাহে। প্ৰতিঘৰৰ পৰা সকলোৰেই সন্মতিদান দিব লাগে। ই কেনেকৈ কাৰ্য্যকৰী হৈ উঠিব? আমি কৈছিলো যে পইচাৰ পৰিবৰ্ত্তে শ্ৰম-দান দিয়ক। প্ৰতি মাহে পাঁচজন মানুহ থকা প্ৰতিটো পৰিয়ালৰ পৰা একোনেছাকৈ সূতা পাব লাগে। তাৰ মূল্য ২০ নয়া পইচা হব। তাৰ মানে

পৰিয়ালৰ প্ৰতিজন মানুহেই চাৰি নয়া পইচাকৈ দিব লাগে। অৰ্থাৎ একোটা পৰিয়ালৰ পৰা ২০ নয়া পইচাকৈ পাব লাগে। আমাক পইচা নেলাগে। ২০ নয়া পইচাৰ শ্ৰমহে লাগে। এয়েই যদি হৈ উঠে তেন্তে বৰ ডাঙৰ বিপ্লৱ হব। ঘৰে ঘৰে উৎপাদন হবলৈ ধৰিব। বুঢ়া আৰু বেমাৰীয়েও একো নেছা দিব পাৰে। এইদৰেই প্ৰতি ঘৰৰ পৰাই সম্মতি পোৱা যাব। এনেছা সূতাৰেই শান্তি-সেনাৰ কামত যথেষ্ট সহায় নহব। বেছিকৈ সহায় পোৱা যাব সম্পত্তি-দানৰ পৰা, কিন্তু শক্তি পোৱা হব সম্মতি-দানৰ যাৰা। এতেকে প্ৰতি ঘৰৰ পৰাই সন্মতি পাব লাগে।

## কাৰোৰে হানি নহয়

এইটো হৈছে নতুন ভাব-ধাৰা। লাহে লাহে মই ইয়াৰ বিকাশ কৰিব লাগিছোঁ। এই ভাব-ধাৰাটো মই কেৰলত পাইছোঁ। এই কাৰণে আপোনালোকৰ ওপৰত ইয়াৰ দায়িত্ব আছে। কেৰলত ১ কোটি ৩৬ লাখ জন-সংখ্যা আছে। এই কাৰণে ২৫ লাখতকৈও বেছি নেছা সূতা প্ৰতিঘৰ মানুহৰ পৰাই পাব লাগে। একো ঘৰৰ পৰা যদি ৫-১০ নেছাকৈ উঠাই ২৫ লাখ পূৰা কৰা যায় তেন্তে তাৰে আমাৰ কাম নচলিব। প্ৰতিঘৰৰ পাঁচজন হিচাপে মানুহ ধৰি প্ৰতিঘৰৰ পৰা এনেছাকৈ সূতা পাব লাগে। এই সম্পত্তি-দান যেতিয়া গোটেই কেৰলতে পোৱা যাব তেতিয়া সম্মতি দানো হব কিন্তু প্ৰথমে কোনো চাৰ্কেল বা অঞ্চলত তাৰ কাম আৰম্ভ কৰিব লাগে। যদি কোনো এটা চাৰ্কেলত এই কাম সফল কৰি তুলিব পৰা যায়, তেন্তে তাৰ প্ৰভাৱ গোটেই ভাৰতবৰ্ষতেই পৰিব। এই কামৰ পৰা কোনো পাৰ্টিৰেই একো ক্ষতি নহয়। গাৱেঁ গাৱেঁ শান্তি-সেনা গঠন হব, বিচাৰ আদি গাৱঁত হব, দল্-খৰিয়াল কমিব, চুৰি-ডকাইতি ক্ৰমান্বয়ে লোপ পাব, সকলোৰেই সুখ-সন্তোষত থাকিবলৈ পাব। পৰস্পৰে পৰস্পৰৰ লগত কথা

সহযোগৰ বা-ৰতাহ সৃষ্টি হৈ উঠিব। ইয়াত কোনো পাৰ্টিৰেই হানি-বিঘিনি একো নহব।

## চৰকাৰে কি বিৰোধ কৰিব?

এজন মানুহে সুধিছিল যে চৰকাৰে যদি বিৰোধ কৰে তেতিয়া কি হব? চৰকাৰে বিৰোধ কৰিবৰ কোনো কাৰণ নাই। এটা এটা কাম যদি ৰাইজে নিজৰ হাতত লৈ লয় তেন্তে চৰকাৰৰ বোজা পাতলিব। যিখন দেশৰ মানুহৰ শক্তি থাকে, সেই দেশৰ শক্তি বাঢ়েই। ধৰক ক'ৰবাত আক্ৰমণ হৈছে, তেতিয়া সেনাবোৰ ঠায়ে ঠায়ে ৰাখিব লাগিব। ফলত কোটি কোটি টকা খৰচ হব আৰু ৰাইজো ভয়ভীত হ'ব। ইয়াৰ পৰিবৰ্ত্তে যদি শান্তি-সেনাই গাৱেঁ গাৱেঁ কাম কৰে তেন্তে তেনেকুৱা বোৰ দুৰ্য্যোগৰ সময়ত চৰকাৰৰ সহায় হ'ব। তেতিয়া আৰু তেওঁলোকৰ সৈন্য-সামন্ত ঠায়ে ঠায়ে পঠাবৰ আৱশ্যক নহব। কিয়নো ৰাইজে নিজক ৰক্ষা কৰিবলৈ নিজেই সমৰ্থবান হৈছে, ৰাইজৰ শক্তি আৰু ধৈৰ্য্য অক্ষুণ্ণ হৈ আছে। তাৰ ফলত চৰকাৰী সৈন্যৰ শক্তি বহুতো বাঢ়িব।

ইমান সুন্দৰ ভাব-ধাৰা আমি আপোনালোকৰ আগত দাঙি ধৰিছোঁ। কিন্তু অকল ভাব-ধাৰা শুনিলেই কাম নহয়। আপোনালোকেও কিবা নহয় কিবা কৰিব লাগিব। আপোনালোকে এই গাৱঁতো শান্তি-সেনা গঠন কৰিব পাৰে। তাৰ কাৰণে গাৱঁৰ সকলোটিৰে সহানুভূতি পোৱা যাব। সকলো-বোৰ ৰাজনৈতিক দলৰেই সমাধান হব। গাৱেঁ গাৱেঁ যেতিয়া শান্তি-সেনাৰ প্ৰভাৱ বাঢ়িব, তেতিয়া দেশ ৰক্ষা হব, নহলে ৰক্ষা বিপদৰ সন্মুখত। আমাৰ আঁচনি এনেকুৱা হব লাগিব, যাতে চৰকাৰে পুলিচ কিবা মিলিটেৰীৰ আঁচনি কৰিবলৈকে সুবিধা নেপায়'। ইমানখিনি আত্ম-ৰক্ষাৰ শক্তি আমাৰ থাকিব লাগে। কিন্তু এই সংৰক্ষণ শক্তি আহিব কেনেকৈ? তাৰ কাৰণে

সমাজৰ শক্তি গঢ়ি তুলিব লাগিব। এই কাৰণেই শান্তি-সেনা নিত্য-সেৱা সেনা হব। সেই সৈনিকসকলে গ্ৰাম-দান, ভূদানৰ প্ৰচাৰ কৰিব, মানুহৰ সেৱা কৰিব আৰু আৱশ্যক হ'লে বলিদান দিবলৈও প্ৰস্তুত হৈ থাকিব। এইটো হৈছে ভূদান-যজ্ঞৰ নতুন প্ৰক্ৰিয়া। সাধাৰণতে ভূদানত ষষ্ঠ ভাগ বিচৰা হৈছিল। তাৰ পিচত মালিকী স্বত্ব ত্যাগ কৰিবলৈ আহ্বান জনোৱা হ'ল। গ্ৰাম-দানৰ পৰাই গ্ৰাম-ৰাজ ওলাল। এতিয়া গাৱঁক ৰক্ষা কৰাৰ প্ৰশ্ন আমাৰ আগত উপস্থিত হৈছে। এই শেহতীয়া শান্তি-সেনাৰ আঁচনিখন কেৰলতে পোৱা হ'ল। এই কাৰণে কেৰলৰ ওপৰত ইয়াৰ দায়িত্ব বেছি। আমি আশা কৰোঁ আপোনালোকে এই কথাখিনি ভালকৈ বুজি লওক, আৰু এই কামত সকলোৱেই হাত উজান দিয়ক।

তেকব্বক্কুকটবু (কোঝীকোড্)

২৬-৭-'৫৭

## ৰাম নামৰ বল : ১০ :

## আধ্যাত্মিক বলৰ আৱশ্যকতা

ইয়াৰ আগতে কেৰল প্ৰদেশৰ কৰ্ম্মীসকলে গ্ৰাম-ৰাজ স্থাপন কৰা, সৰ্ব্বোদয় সমাজ গঠন কৰা, শান্তি-সেনাৰ সংগঠন কৰা আৰু মাটিৰ মালিকী স্বত্ব বিলোপ কৰাৰ ধৰ্ম্ম-সঙ্কল্প গ্ৰহণ কৰিছে। ই নিচেই সৰু কথা নহয়, তথাপি ইয়াৰ কৰ্ম্মীসকলে এনেকুৱা ভাষা কবলৈ আৰম্ভ কৰি দিছে। এইবিলাক কিহৰ বলত হৈছে? সাধাৰণ মনুষ্য-শক্তিৰে এনে কাম হোৱাটো সম্ভৱপৰ নহয়। এনেকুৱা বিলাক কামৰ কাৰণে সাধাৰণতে আধ্যাত্মিক বলৰ প্ৰয়োজন। প্ৰেমৰ বল লাগে। কৰ্ম্মীসকলক এনেকুৱা

বলেৰে বলীয়ান কৰি তুলিব পৰা শক্তি এই অনুষ্ঠানৰ আছে বুলি মোৰ অনুমান হৈছে। উপনিষদত এটা গল্প আছে অৱশ্যে সি যেনিবা এটা উদাহৰণহে হব। চৰায়ে নিজৰ বাহ এৰি দূৰ-দূৰণিৰ অৰণ্যলৈ গুচি যায়। সকলো ঠাই ঘূৰি-পকি গধূলি নিজৰ বাহলৈ উলটি আহে। বনে-জঙ্ঘলে ঘূৰি ফুৰাসকলক যি ঠাই বাহে দিয়ে, সেই ঠাইকে এই আশ্ৰমেও দিব পাৰে। কোনো আধ্যাত্মিক আনন্দৰ আৱশ্যক হলে কৰ্ম্মীসকল ইয়াত আহি থাকিব পাৰিব। ইয়াৰ বাইজে কৰ্ম্মীসকলক য'লৈ মাতে তালৈ অনায়াসে যাব পাৰে আৰু পথ-প্ৰদৰ্শনো কৰিব পাৰে। এইদৰেই কেৱলৰ সৰ্ব্বোদয় কৰ্ম্মীসকলে এই আশ্ৰমৰ লগত সম্বন্ধ স্থাপন কৰিব পাৰে।

শেষ সপ্তাহত যে আমি ইয়ালৈ আহিবলৈ পালো এইটোও কিবা ঈশ্বৰেই ইচ্ছা বুলি কব লাগিব। ঈশ্বৰৰ ইচ্ছা নহলে পৃথিৱীত কোনো কামেই হব নোৱাৰে। তথাপি আমি কিছুমান কাম নিজে কৰোঁ বুলি কওঁ। এনে ধৰণৰ কথা কৈ আমি অহঙ্কাৰ কৰাৰ বাহিৰে অন্য একো নহয়। এইটো ধ্ৰুবসত্য যে ঈশ্বৰৰ অবিহনে আমি কোনো কামেই কৰিব নোৱাৰোঁ। আমাৰ কাৰ্য্য-কুশলতাৰ বলতেই হে যে আমি ইয়ালৈ আহিবলৈ পাইছোঁ এনে নহয়। তেলীচৰীৰ পৰাই আমি মহীশূৰলৈ যোৱাৰ কথা আছিল। পিচত এই বাটেদি আহিব লগা হ'ল। আৰু আজি আমি আমাৰ সৰ্ব্বোদয় কৰ্ম্মীসকলৰ লগত এদিন কটাবও লগাত পৰিল।

## তটস্থ বিজ্ঞান

আপোনালোকে জানে যে আজি পৃথিৱীৰ অৱস্থা অথিৰ-অবিৰ বিজ্ঞান যথেষ্ট বাঢ়িছে। তাৰ বিকাশৰ লগে লগে আমিও শক্তি পাব লাগে। কিন্তু আজি সেই শক্তি উভতি সংহাৰত হে লাগিছে। জুইৰ ব্যৱহাৰ ভাত-ৰন্ধা কামতো কৰা হয় আৰু ঘৰ জলোৱা কামতো কৰিব পাৰি।

দুই হৈছে নিজে তটস্থ শক্তি। সেইদৰেই সম্পূৰ্ণ বিজ্ঞানৰ শক্তিও তটস্থই। আত্মজ্ঞানীৰ ব্যৱহাৰ কল্যাণৰ কাৰণে কৰা হব আৰু অজ্ঞানীৰ ব্যৱহাৰ মানৱ সংহাৰৰ কাৰণে কৰা হব। এই মানৱ সংহাৰ আজি কিয় হব লাগিছে? কিয়নো ডাঙৰ ডাঙৰ দেশবোৰে, ইখনে সিখনলৈ ভয় কৰিছে আৰু ইফালে অস্ত্ৰ-শস্ত্ৰৰ দ'ম বঢ়াবই লাগিছে; অকল এয়েই নহয়, সেই অস্ত্ৰ ভাল হৈছেনে নাই তাক চাবৰ কাৰণে পৰীক্ষাও চলোৱা হৈছে। কোনোৱে দূৰৈৰ দ্বীপত কৰিছে, কোনোৱে পৰ্ব্বত-পাহাৰৰ ওপৰত কৰিছে। কিন্তু তাৰ পৰমাণু বতাহত মিহলি হৈছে আৰু তাৰ পৰা বেয়া প্ৰতিক্ৰিয়া হব ধৰিছে। এজন বৈজ্ঞানিকে কৈছিল যে এনেকুৱা পৰীক্ষা যদি চলিয়েই থাকে তেন্তে ভৱিষ্যতৰ শিশুৱে অকৰ্ম্মণ্য হৈ জন্ম ধাৰণ কৰিব।

## ভাৰতৰ পদ্ধতি

আজিৰ খবৰ কাকতত এটা খবৰ পালোঁ। কাশ্মীৰৰ বোলে এটা পুখুৰীৰ গোটেই মাছবোৰ মৰি গ'ল। বৈজ্ঞানিক সকলে কৈছে যে ৰেডিঅ' এক্‌টিভিটী পৰমাণুৰ কাৰণে মাছবোৰ মৰিল। এটম-হাইড্ৰোজেনৰ পৰীক্ষা যদিও তাৰ পৰা বহুত আঁতৰত হৈছিল তথাপি গোটেই বায়ুমণ্ডলত তাৰ বিষ বিস্তাৰিত হৈ পৰিছে। এনেকুৱা বিষ বিস্তাৰিত কৰা কাম তাত ইটোৰ পিচত সিটো কৰি হবই লাগিছে। কিন্তু বায়ু মণ্ডলত পৰমাণু বিস্তাৰিত কৰা ভাৰতৰ নিজা আশ্চৰ্য্যকৰ পদ্ধতিবো অভাৱ নাই। এই আশ্ৰমৰ লাইব্ৰেৰীটো আমি চাবলৈ গৈছিলো। তাত ৰাম নাম লিখা কাগজবোৰ দ'মকে দ'ম হৈ পৰি আছে। লোহাৰ আলমাৰিত ভৰাই বৰ সুন্দৰকৈ ৰখা হৈছে। সেইবোৰ দেখি মোৰ ল'ৰা কালৰ কথা মনত পৰিল। সেই সময়ত আমি বৰোদাত আছিলোঁ।

স্কুললৈ যোৱাৰ বাটতে হনুমানৰ মন্দিৰ আছিল। প্ৰতি শনিবাৰৰ দিনা ছাত্ৰবোৰে কাগজত ৰাম নাম লিখি হনুমানৰ মূৰ্ত্তিত লগাই দিছিল। কেতিয়াবা কেতিয়াবা তাত সিন্দুৰো লগোৱা হৈছিল আৰু তাৰ ওপৰতো আকৌ কাগজ লগাইছিল। কিন্তু সি আছিল ল'ৰা-ছোৱালীৰ খেলা। আজি আমি ঠিক তেনেকুৱা খেলকে ইয়াত দেখিবলৈ পাইছোঁ। ৰাম নাম লিখা কাগজ লোহাৰ আলমাৰিত সুৰক্ষিত কৰি ৰাখিছিল। তাৰ পৰিণাম কি হব বাৰু? গোটেই পৃথিৱীতে স্বচ্ছ, সুন্দৰ, অমৃত-পৰমাণু বিয়পিব নে? যেনেকৈ বত্তাহত বিষৰ পৰমাণু বিয়পাৰ কাৰণে কাশ্মীৰত মাছ মৰিছে, সেইদৰেই ইয়াৰ অমৃত বিন্দুৰ গোন্ধো আমেৰিকাৰ মানুহে পাব লাগে। এইটো হৈছে আমাৰ পাগল হিন্দুস্থানৰ পদ্ধতি। এনেকুৱা পদ্ধতি ভাৰতীয় মানুহৰ মনতেই হে খেলাবও পাৰে।

## ৰাম-নামৰ বল

চীনা পৰিব্ৰাজক হিংয়ু হাঙ্গে লিখিছে—"ইণ্ডিয়া ইজ গাড় ইণ্টাক্সিকেটেড্ লেণ্ড।" এইটো ভাৰতৰ নিঃসন্দেহ গৌৰৱ। আজিও তেনেকুৱা ভাবেই হৈ আছে। সিফালে এটম্-হাইড্ৰোজেন বোমাৰ দ'ম বান্ধিব লাগিছে, আমাৰ ইয়াত ৰাম নামৰ সংগ্ৰহ হব লাগিছে। এই ৰাম নামৰ কাগজে এটম্ বোমাৰ লগত যুজিব পাৰিবনে? এটা এটম্ বোমা পৰিলে গোটেই কাগজ খিনি ধুলিস্যাৎ হবই নে, ৰাম-নাম লিখোঁতা জনো ধুলিস্যাৎ হব। তথাপি শ্ৰদ্ধাই কয় যে ইয়াত শক্তি আছে। সেই শক্তিয়েই ভাৰতক ৰক্ষা কৰি আহিছে। ভাৰতৰ ওপৰত প্ৰাচীন কালৰে পৰা কম আক্ৰমণ হোৱা নাছিল। আজি গ্ৰীক আৰু ৰোমান সংস্কৃতি কেৱল স্মৃতিত হে টিকি আছে। কিন্তু ইমানবোৰ আক্ৰমণ চলাৰ পিচতো ভাৰতৰ আত্মা পৰাজিত নহ'ল। ভাৰতৰ সংস্কৃতি অখণ্ড ভাবেই থাকিল।

তেওঁ নিজৰ উচ্চশিৰ অৱনত নকৰিলে। এই কাৰণে আজি ইয়াৰ মানুহৰ পাগলামি দেখি আমি আনন্দিত হৈছোঁ। আৰু আমাৰ এনেকুৱা যেন লাগিছে যে এই শক্তিয়েই ভূদানৰ কামতো সহায় কৰিব।

প্ৰত্যেক মানুহৰ মনৰ ৰক্ষা ৰাম নামে কৰে। তাতো অৱশ্যে কিছু পক্ষপাতিতা আছে। হনুমান আৰু ভৰতৰ ৰক্ষা বেছিকৈ হব। এই কথাটো শঙ্কৰাচাৰ্য্যই নিজৰ ভাষাত উদাহৰণৰ সৈতে ভালকৈ বুজাই দিছে। তেখেতে কৈছে যে পৰমেশ্বৰ অগ্নিৰ দৰে সমত্বযুক্ত। যি অগ্নিৰ নিচেই ওচৰত থাকিব তেওঁ বেছি তাপ পাব, যি আঁতৰত থাকিব তেওঁ মুঠেই তাপ নেপায়। এইটো দোষ অগ্নিৰ নহয়। তেওঁৰ ওচৰত আৰু দূৰত থকাৰ হে দোষ। অগ্নি আচলতে নিৰপেক্ষ। এইদৰেই পৃথিৱীৰ সকলোবোৰ মানুহেই ৰাম-নামৰ আশীৰ্ব্বাদ লাভ কৰিব পাৰে। আমি জনাত ভূদান আৰু গ্ৰাম-দানৰ, সেই আশীৰ্ব্বাদ লাভ কৰিবৰ অধিকাৰ আছে। আমি আশাকৰো কেৱলৰ সকলোবোৰ সৰ্ব্বোদয় কৰ্ম্মীয়েই এই বলৰ সৎ ব্যৱহাৰ কৰিব। আমি বহুতোবাৰ কৈছোঁ যে গ্ৰাম-দান বিশ্বশান্তিৰ কাৰণে ভোট। সি অকল ভোটেই নহয়, তাৰ দ্বাৰাই ৰেডিঅ' এক্‌টিভিটীও বাঢ়িব আৰু কল্যাণকাৰী পৰমাণু গোটেই পৃথিৱীতে সিচৰতি কৰি দিব। সেই পৰমাণুবিলাকে ৰাম-নাম জপৰ বল পায়। সিয়েই অব্যৰ্থ অস্ত্ৰ হৈ পৰিব। আজি আমি আশা কৰিছোঁ যে ভূদান কৰ্ম্মীসকলে এই আশ্ৰমৰ লগত ভক্তি সংস্কাৰে সংযোগ স্থাপন কৰিব। ভক্ত আৰু পৰমেশ্বৰৰ লগত সংযোগ হোৱাৰ কথাটো শাস্ত্ৰত বহুতো বাৰ কোৱা হৈছে। বেদত কোৱা হৈছে যে হে ইন্দ্ৰ তুমি আমি একে লগ হৈ পৰোঁ।' "অহং চ ত্বং চ বৃত্ৰহন্ সংযুজ্যাব।" ইয়াত পৰমেশ্বৰক ইন্দ্ৰ বোলা হৈছে। ইন্দ্ৰ মানে 'ইন্দ্ৰ-দ্ৰষ্টা।' ভক্তই পৰমেশ্বৰক কৈছে, তোমাৰ আৰু মোৰ সংযোগ হলে, বৰ লাভ হব। কৰ্ম্ম-যোগৰ ভক্তিৰ

লগত যোগ থকা কথাটো প্ৰাচীন কালৰে পৰা চলি আহি আছে। গীতাতো এইটোকে কৈছে। কৰ্ম্মযোগত ইমান নম্ৰতা থাকিব লাগে যাতে তেওঁ ভক্তিৰ চৰণত শৰণ লয় আৰু ভক্তি ইমান বাৎসল্য হ'ব লাগে যাতে তেওঁ কৰ্ম্মযোগক নিজৰ পোষণ যোগায়। ভক্তি মাতৃৰ স্থানত আছে। কৰ্ম্মযোগ পুত্ৰৰ স্থানত। মাকে পৰাক্ৰমৰ কাম নিজৰ পুত্ৰৰ যোগেদি কৰে আৰু তাক তেওঁ নিজে পোহ-পাল দিয়ে। এইদৰেই গীতাত অৰ্জ্জুন আৰু কৃষ্ণৰ ক্ষেত্ৰতো দেখা গৈছে। সেইদৰেই আমি এই ঠাইৰ পৰাও ভক্তি আৰু কৰ্ম্মযোগৰ আশা কৰিছোঁ। এই গোটেইবোৰ কথা বিস্তাৰিত ভাবে গীতা-প্ৰৱচনত কোৱা হৈছে। এই কিতাপ বহুতেই পাইছে।

কানন গড় ( কন্নুৰ )

২৭-৮-'৫৭

## শুভ মুহূৰ্ত্তৰ পৰীক্ষা : ১১

আজি আমাক পঞ্চাশ খনৰো ওপৰ সম্পত্তিদানৰ পত্ৰ দিছে। আমিতো আশা ৰাখিছোঁ প্ৰত্যেকৰ পৰা সম্পত্তিদান পাবলৈ। এই ল'ৰা-ছোৱালী বোৰেও মাহত একোনেছাকৈ সূতা অনায়াসে দিব পাৰে। ইয়াকে কৰিলে তেওঁলোকৰ অন্তৰ বিকাশ হ'ব আৰু ৰাষ্ট্ৰীয় ভাবনা বৃদ্ধি পাব। ডাঙৰ ডাঙৰ মন্ত্ৰী আদি লোকসকলে যেনেকৈ দেশৰ কামত লাগিছে, সেইদৰেই আমিও দেশৰ কামত সহায় কৰোঁহক। এনে ধৰণৰ ভাবনা তেওঁলোকৰ অন্তৰত উদয় হ'ব। ৰামায়ণত এটা গল্প আছে। সেতু বন্ধনৰ কামত ডাঙৰ ডাঙৰ বান্দৰবোৰ লাগিছিল, সিহঁতৰ লগত টোকনি-কেৰ্কেটুৱা

আদিও লাগিছিল। সিইঁতেও লক্ষ লক্ষ শিল গুটিবোৰ কঢ়িয়াইছিল। ইয়াৰ বিস্তাৰিত বৰ্ণনা ৰামায়ণত বৰ্ণোৱা আছে। সেইদৰেই এই কণ্ কণ্ ল'ৰা-ছোৱালীবিলাকৰো নাম ৰামায়ণত থাকিব আৰু তাৰ পিচৰ পীঢ়িৰ বংশধৰসকলে পাব। এই কাৰণে আমি সকলোৰে পৰা সম্পত্তিদান বিচাৰিছোঁ। তেতিয়া হে ইয়াত সেৱা-সেনা গঠন হব পাৰিব।

## দুটা বেলেগ প্ৰক্ৰিয়া

এই সেনা দলটো এনেকুৱা হব, যাক হয়তো আজি পৰ্য্যন্ত কোনেও দেখিয়েই পোৱা নাই। সকলো প্ৰকাৰ সেৱাৰ কাৰণে সদায় প্ৰস্তুত। বৰ্ত্তমানৰ সমাজত যে কোনো সেৱক নাই এনে নহয়। তেওঁলোক সকলোবোৰেই নিজৰ নিজৰ পাৰ্টিত বিভক্ত হৈ আছে। এইদৰেই তেওঁলোক ভাঙোতা হে, পাতোঁতা নহয়। তাৰোপৰি চৰকাৰী সৈন্য আৰু পুলিচ বাহিনীও আছে। কিন্তু তেওঁলোকৰ দ্বাৰাই জানো ৰাইজৰ শক্তি বৃদ্ধি হব? এতিয়ালৈকে বাৰু আপোনালোকৰ কি অভিজ্ঞতা হৈছে? পুলিচ থকা বাবে জানো ক'ৰবাত কেতিয়াবা হাই-কাঁজিয়া কমা দেখিছে? যি সকল পুলিচ কিছু ভাল তেওঁলোকৰ কামেই বেলেগ। তেওঁলোকে ক্ষমতাৰ যোগেদি মানুহৰ ওচৰলৈ আহে। যিমানেই সৰু নহওক লাগে তথাপি অধিকাৰী হিচাপেহে ৰাইজৰ ওচৰলৈ যায়। কিন্তু এই শান্তি-সেনাসকল সেৱক হব। দুয়োটাৰ ভিতৰত আকাশ-পাতাল প্ৰভেদ হব। এওঁলোকৰ দ্বাৰাই ৰাইজৰ শক্তি বৃদ্ধি পাব। ই পৰাবলম্বী নহব। ৰাইজে নিজৰ ভিতৰৰ পৰাই সেৱক বাচি লব। তেওঁলোকৰ শিক্ষা-দীক্ষা আৰু ভৰণ-পোষণৰ ব্যৱস্থা কৰিব। এই দৰেই ৰাইজ স্বাৱলম্বী হৈ উঠিব? পুলিচ হৈছে পৰাৱলম্বী। আমি স্বাৱলম্বী সমাজ গঢ়ি তুলিব লাগিব।

## পলম হ'লেও ক্ষতি নাই

আজি আমাৰ দেশ স্বৰাজ হৈছে। অৱশ্যে আন আন দেশতো হৈছে। কিন্তু আজি মানুহৰ অৱস্থা কি? মানুহে নিজক সদায় অসমৰ্থ, অনাথ, আৰু পৰাশ্ৰিত বুলি ভাৱে। যেনেকৈ ভক্তৰ কাৰণে সকলো কৰ্ত্তা-ধৰ্ত্তা পৰমেশ্বৰ, সেই দৰেই এওঁলোকৰ হৈছে চৰকাৰ। ভনীসকলে নিজেই নিজৰ সন্তানক গাখীৰ খুৱায়। ঘৰৰ বন্ধা-বঢ়া কামো কৰে। এই খিনিলৈকে তেওঁলোক স্বাৱলম্বী বাকী ডোখৰত পৰাৱলম্বী। এই কাৰণে আমি কৈছো যে মানুহৰ শক্তি বৃদ্ধি পাব লাগে। প্ৰতি গাৱঁৰ পৰা এজন এজন কৰ্ম্মী আপোনালোকে প্ৰস্তুত কৰি ৰাখক। তাৰ পিচত সৰ্ব্বোদয় মণ্ডলে তেওঁক লৈ লব। তেওঁক উপযুক্ত শিক্ষা দিয়াৰ দিহা কৰিব আৰু সেৱাকাৰ্য্য কৰিবৰ কাৰণে গাৱঁলৈ পঠাই দিব। এই নিচিনাকৈ গোটেই কেৰল প্ৰদেশত আমাৰ সৈন্যদল গঠন কৰি তুলিব লাগে। ইয়াৰ কাৰণে যদি পাঁচ বা দহ বছৰো আৱশ্যক হয় তাত কোনো কথা নাই। ডাঙৰ ডাঙৰ ৰাজ্যবোৰৰ সংস্থাপনৰ কাৰণে যদি আঢ়ৈ কুৰি বছৰ লাগে তেন্তে শোষণ মুক্ত, পাৰ্টিৰহিত, ৰাজ গঠন কৰিবলৈ পাঁচ বা দহ বছৰ লাগিলে কি ক্ষতি হব? গোটেই কেৰলতে হবলৈ হয়তো কিছু সময় লাগিব। কিন্তু কোনো এটা চাৰ্কেলত যদি এই কাম কৰিবলৈ লোৱা যায় তেন্তে সি হয়তো এবছৰতে হৈ উঠিব। তাত যদি আমি প্ৰয়োগাত্মক ভাবে কাম আৰম্ভ কৰোঁ। তেন্তে বাইজৰ আগত এটা উদাহৰণ দাঙি ধৰিবলৈ সুবিধা হব আৰু সেই ক্ষেত্ৰত কাম কৰিবলৈ যিমান সময় লাগিব সিমান সময়ত হয়তো গোটেই ভাৰততে কাম হৈ উঠিব।

## নোটিচ

মই আশাকৰোঁ। আমি ইয়াৰ পৰা যোৱাৰ লগে লগেই আপোনালোকে

কাম আৰম্ভ কৰি দিব। কৰ্ম্মীসকলৰ মই পৰীক্ষা লব খুজিছোঁ। আমি যোৱাৰ পিচত যদি কৰ্ম্মীসকলে এদিনৰ কাৰণেও ছুটী লয়, তেন্তে আমাৰ কাম আঢ়ৈ কুৰি বছৰ পিছুৱাই যাব। কিন্তু যদি তত্তাতৈয়াকৈ কামত লাগে তেন্তে হয়তো এবছৰৰ ভিতৰতে হৈ উঠিব। এইটোৱেই হৈছে কৰ্ম্মীসকলৰ পৰীক্ষা। নিষ্কাম কৰ্ম্মযোগৰ মাহাত্ম্য আছে সাতত্যতহে। গঙ্গা অখণ্ড ভাবে বৈ থাকে আৰু সূৰ্য্যও অখণ্ড ভাবে উদয় হৈয়েই থাকে। এয়েই হৈছে সৃষ্টিৰ সাতত্য। ভগৱানে গীতাত যি কৰ্ম্মযোগৰ কথা কৈছে তাৰ আদৰ্শ পুৰুষ হিচাপে সূৰ্য্য নাৰায়ণৰ নামটো দাঙি ধৰিছে। যি নিয়মিততাৰে সৈতে সূৰ্য্য নাৰায়ণে কাম কৰে, সেই নিয়মিততাৰে কৰ্ম্ম-যোগীয়েও কৰিব লাগে। শুভ আৰু অশুভক্ষণৰ কথা এইদৰেই জানিব পাৰি। ছুটী নোলোৱাকৈ কাম কৰাই হৈছে শুভ আৰু অলপমানো ছুটী লোৱাই হৈছে অশুভ। ছুটী জেলত হে হব পাৰে। আমাৰ হৈছে আনন্দ। লোক-সেৱাটোও আনন্দ-দায়ক কাৰ্য্যসূচীয়েই। আনন্দ-দায়ক কাৰ্য্যসূচীৰ পৰা ছুটী বিচৰা মানে দুঃখ মাতি অনা। এই কাৰণে আনন্দ-দায়ক কাৰ্য্যসূচীত ছুটীৰ প্ৰশ্ন নুঠে। এয়েই হব কেৱেলৰ কৰ্ম্মীসকলৰ পৰীক্ষা। আজি মই ইয়াৰ নোটিচ দি দিছোঁ।

উদমা, কন্নুৰ

১৯-৮-'৫৭

## আমাৰ কাম আমিয়েই কৰিব লাগিব

এই কাৰণে বাইজৰ শক্তি কেনেকৈ বাঢ়ে তাক চাব লাগে। স্বতন্ত্ৰ আৰু পৰনিৰপেক্ষ শক্তি সৃষ্টি হব লাগে। ইয়াৰ ভোক আমি কেৱলত দেখিবলৈ পাইছোঁ। ইয়াত সৰ্ব্বোদয় সমাজ অশোশীঘ্ৰে স্থাপনা হোৱাটো কামনা কৰোঁ। এই উদ্দেশ্য লৈয়েই ইয়াত সৰ্ব্বোদয় মণ্ডল গঠন কৰিছে আৰু তেওঁলোকে এইটো নিশ্চিতো কৰিছে যে গাওঁবোৰৰ উন্নয়ন গ্ৰাম-ৰাজ্যৰ দ্বাৰাই হে কৰিব লাগিব। মানুহে নিজৰ নিজৰ গ্ৰাম-ৰাজ নিজেই স্থাপন কৰিব। সেই গ্ৰাম-ৰাজ্যকে ৰক্ষা কৰিবৰ কাৰণে শান্তি-সেনা বাহিনী গঠন কৰিব লাগিব। ইয়াৰ কাৰণে প্ৰতি ঘৰ মানুহৰ পৰা ভূদান, সম্পত্তিদান আৰু সন্মতিদানৰ ৰূপত সহযোগ পোৱা যাব। এই অনুক্ৰমেই কামৰ নিশ্চয়তা ইয়াত কৰা হৈছে।

## সমবায় ধৰ্ম্ম

বেদত ঋষিয়ে এই বুলি প্ৰাৰ্থনা কৰে যে "অস্মিন্ গ্ৰাম বিশ্বং পুষ্টং"—এই গাৱঁৰ সকলোৰে পৰি-পুষ্টি সাধিত হব লাগে। মোৰ ঘৰ বা নিজৰ পুষ্টি হওক বুলি ঋষিসকলে কোৱা নাছিল। তেওঁলোকে সামূহিক ভাবনাৰে হে ভাবে। গায়ত্ৰী মন্ত্ৰ আপোনালোকে জানে নহয়? নিৰ্জ্জন ঠাইত বহি এই মন্ত্ৰৰ জপ কৰা হয়। সেইটো ভগৱানৰেই প্ৰাৰ্থনা। ভগৱান, মোক সুবুদ্ধি দিয়ক, এই বুলি নকয়; "ধিয়ো যো নঃ প্ৰচোদয়াত্—আমাক বুদ্ধি দিয়ক, আমাক প্ৰেৰণা দিয়ক—এই বুলি হে কয়। কৰোঁতে নিৰ্জ্জন ঠাইত বহি অকলে ধ্যান কৰে—কিন্তু সকলোৰে কাৰণে প্ৰাৰ্থনা কৰে। সামূহিক ভাবনাই হৈছে আচল ধৰ্ম্ম। ধৰ্ম্মৰ অৰ্থ

হৈছে যি সকলোকে ধাৰণা কৰে। বেলেগে বেলেগে থাকিলে সি ধৰ্ম্ম হব নোৱাৰে। সকলো এক হৈ গ'লেহে ধৰ্ম্ম হব। আৰু ধৰ্ম্মৰো আৱশ্যকতা তেতিয়াহে হয়। খং হুঠাটোও ধৰ্ম্মই, কিন্তু ইয়াক কেনেকৈ জনা যাব? খং কৰিবলৈকো তো দ্বিতীয়জন ব্যক্তিৰ প্ৰয়োজন। এই নিমিত্তে পৰীক্ষাৰ কাৰণেও সমাজ লাগে। ধৰ্ম্মটো হৈছে সহযোগী, ইয়াত অকলৈ থাকিলে কেনেকৈ চলিব? সমাজ থাকিলেহে সহযোগৰ কথা উঠিব আৰু ধৰ্ম্মকো চিনিব পাৰিব। সত্য আৰু প্ৰেম হৈছে ধৰ্ম্ম। অকলৈ থাকিলে প্ৰেম কি কামত আহিব? সমাজত থাকিলেহে প্ৰেম-ধৰ্ম্মক লাভ কৰিব পাৰি। এই দৰেই যদি এফালৰ পৰা চিন্তা কৰি গৈ থাকে, তেন্তে দেখিব যে মানৱৰ যিমানবিলাক ধৰ্ম্ম আছে সকলোবিলাকেই সামুদায়িক। কিন্তু আজি সমুদায় হোৱাই নাই, পৰিয়ালবোৰ হে হৈছে। যদি ইমান খিনিও হৈ নুঠে তেন্তে আমি বনৰীয়া জন্তুৰ নিচিনাহে হ'ম। পৰিয়ালতো কিছু ধৰ্ম্ম আছে, কিন্তু সি নিচেই ক্ষুদ্ৰ। পৰিয়ালৰ ভিতৰত নো ধৰ্ম্ম-পৰীক্ষাই বা হয় কেনেকৈ? পৰিয়াল যিমান ব্যাপক হৈ গৈ থাকিব, ধৰ্ম্ম-পৰীক্ষাও সিমানেই ব্যাপক হৈ যাব। এতিয়া বিজ্ঞানৰ যুগ আহিছে। সমূহৰ সৃষ্টি কৰিব পাৰিলেহে সি কামত আহিব। বস্তুটো যিমানেই সৰু নহওক লাগে, তাক তৈয়াৰ কৰিবৰ কাৰণে বহুতো মানুহৰ প্ৰয়োজন হব। এই ঘড়িটোলৈকে মন কৰক। ই কিমান মানুহৰ সহযোগ পাইছে জানেনে? এই কাৰণে বিজ্ঞান যিমান বাঢ়িব লাগিছে, আৰু জীৱনত প্ৰৱেশ কৰিব লাগিছে, সিমানেই সামূহিকতাৰ আৱশ্যকতাও বেছি হৈ যাব লাগিছে। ই দিনৰ পিচত দিন কৰি বাঢ়ি যাবই লাগিছে। এই কাৰণে আমি সৰ্ব্বোদয় সমাজ স্থাপন কৰিব ধৰিছোঁ। ইয়াত আপোনালোক সকলোৰে সহযোগ পাব লাগে।

# হিন্দু ধৰ্ম্মৰ আঁচনি

আজি সামূহিক সেৱা-কাৰ্য্যৰ কাৰণে নিষ্পক্ষ আৰু নিষ্কাম সেৱক পোৱা নেযায়। চৰকাৰী কৰ্ম্মচাৰী আৰু চৰকাৰী অনুষ্ঠানৰ জৰিয়তে হে সম্প্ৰতি সকলোবোৰ সেৱা-কাৰ্য্য চলিছে। তাৰ দ্বাৰাই মানুহৰ নৈতিক উত্থান কেতিয়াও হব নোৱাৰে। ব্যক্তিগত ভাবে দান দিয়া, দয়া, প্ৰেম আদি কৰাৰ সুযোগ পোৱা নেযায়। এই কাৰণে মানুহৰ গুণ-ৰাশিৰ বিকাশ নহয় আৰু এইবাবেই আজি নিষ্কাম সেৱকো পোৱা নেযায়। হিন্দু ধৰ্ম্মই ইয়াৰ বৰ ডাঙৰ আঁচনি কৰিছিল। কিন্তু আজি মানুহে এই আঁচনি নষ্ট কৰি পেলালে। কিছুদিন গৃহস্থাশ্ৰমত থকাৰ পিচত মানুহ বানপ্ৰস্থী হোৱাটোৱেই হিন্দু-ধৰ্ম্মৰ আঁচনি আছিল। তাৰ পিচত তেওঁলোকে নিষ্কাম বুদ্ধিৰে চিন্তন আৰু অধ্যয়ন কৰিছিল। ঈশ্বৰক ধ্যান কৰিছিল আৰু নিজৰ মানুহৰ সেৱাত ব্ৰতী আছিল। এই আঁচনি মতে ভাৰতবৰ্ষৰ ৩৬ কোটি মানুহ মৰাৰ আগতে সেৱক হব লাগে। কিন্তু আজি সেই আঁচনিৰ নামেই লোপ পালে। সকলো মানুহ গৃহস্থাশ্ৰমতে ব্যস্ত থাকে। মৃত্যুৱে মুক্ত কৰি নিদিয়ে মানে তেওঁ আৰু সেই গৃহস্থাশ্ৰম নেৰে। এইটো কথা সদায় মনত ৰাখিব যে যি দেশৰ মানুহ গৃহাসক্ত, বিষয়াসক্ত হৈ থাকে, তেওঁলোকৰ উন্নতি কেতিয়াও নহয়।

কাছাৰগোড় (কেৰল)

২০-৮-'৫৭

## পলিটিক্সৰ পদ্ধতি

কালি কেইজনমান মানুহে আমাক ৰাজনীতিৰ প্ৰশ্ন সুধিছিল। এনেকুৱা প্ৰশ্ন সোধাটো হৈছে আমাৰ মন্দ বুদ্ধিৰ লক্ষণ। সাধাৰণ গাৱঁৰ আৰোগ্য বিষয়ক প্ৰশ্নৰ যিমান গুৰুত্ব আছে, ইয়াৰ সিমান নাই ; সামাজিক মূল্য পৰিবৰ্ত্তন কৰাতো ইয়াৰ কোনো আৱশ্যকতা নাই। আজি পৃথিৱীৰ চৰকাৰ সমূহে আইন আৰু পলিটিকেল ফিলচফীৰ ওপৰত নিৰ্ভৰ কৰিয়েই চলি আছে। এই দৰেই পাৰ্টীৰ ভিতৰতো প্ৰতিযোগিতা চলিব লাগিছে। যাৰে জয় হয়, সেই পাৰ্টীয়েই আহে, তেওঁলোকৰ আয়ডিয়ল'জী যিয়েই নহওক লাগে, তাত কোনো প্ৰশ্ন নাই। চৰকাৰৰ পিচত সৈন্যৰ সমৰ্থন আছে। মেজৰিটীৰ ভোটেৰে আইন প্ৰনয়ণ কৰি ৰাইজৰ পৰা টেক্স বা কৰ-কাটল আদায় হয়। এই কাৰণে সকলোৰে সম্মতিৰ কেৱল আভাস হে নিৰ্ম্মাণ কৰা হৈছে। এই আভাস নিৰ্মাণৰ পদ্ধতি হৈছে হাত গণনা কৰা। এই পদ্ধতিটো পশ্চিমীয়া দেশৰ পৰা অহা। আৰু তেওঁলোকে ইয়াকে এটা বিকশিত ৰাজনৈতিক চিন্তা-ধাৰা বুলি ভাবে।

আমি হ'লে ইয়াক সম্পূৰ্ণ ক্ৰুড্ চিন্তাধাৰা বুলিহে ভাবোঁ। তাৰ পিচত এটা দলে দলপতি নিৰ্ব্বাচন কৰে আৰু তেৱেঁই মন্ত্ৰীসভা বাচি লয়। প্ৰথমে ৰজাবিলাকেও চৰদাৰ এই দৰেই বাচি লৈছিল। অৰ্থাৎ সেই ব্যক্তিজন সৰ্ব্বতন্ত্ৰস্বতন্ত্ৰ হৈ পৰিছিল। এই অনুক্ৰমেই গোটেই পৃথিৱীতেই মেকানিকেল ডেমক্ৰেচী চলিব লাগিছে। ইয়াক কোনে চলাইছিল ? যি সকলে একেলগ হৈ থাকিব নেজানে, যি পলিটিক্সত পিচপৰা কিন্তু বিজ্ঞানত আগ বঢ়া, তেওঁলোকে। ইউৰোপত কিমান ভাষা আৰু

ৰেচিয়েল ভেদ আছে; তাৰৈ নেচায় কিয় ? ইখন দেশে সিখন দেশৰ লগত টনা-আজোৰা, জোটাপুটি লগায়েই থাকে আৰু তেওঁলোকৰ দ্বন্দ্ব-যুদ্ধত গোটেই পৃথিৱী লাহে লাহে পৰিৱলৈ ধৰিছে। ইয়াকে জানো 'এড্‌ভান্স্ পলিটিক্স' বোলে ? ই অতি ক্ষুদ্ৰ চিন্তা-ধাৰা। এই সমুদায় গাঁথনি ইউৰোপে পৰিৱৰ্ত্তন কৰিব লাগিব। প্ৰকৃতপক্ষে গাঁথনি পৰিবৰ্ত্তন কৰাতকৈ অন্তৰ হে পৰিবৰ্ত্তন কৰিবৰ প্ৰয়োজন হৈছে।

## তিনিওটা অৱস্থাতে সৰ্ব্বোদয়

কিছুমানে সুধিছে যে ট্ৰেঞ্জিছন্ পিৰিয়ডত কি হব ? আমিও সুধিছোঁ বাৰু ট্ৰেঞ্জিছন্ পিৰিয়ডনো কেতিয়া নহয় ? প্ৰতিক্ষণেই দেখোন ট্ৰেঞ্জিছন্ পিৰিয়ড্ ( সন্ধি-ক্ষণ )। ভূতকাল যোৱাৰ লগে লগেই ভৱিষ্যত কাল আহি পাইহিয়েই। দুয়োটাৰ মাজৰ সময়খিনিয়েই হৈছে ট্ৰেঞ্জিছন অৰ্থাৎ সন্ধি-ক্ষণ। এই গতিকে টেঞ্জিছনত কম্প্ৰমাইজৰ কাৰণে প্ৰস্তুত হোৱা মানে প্ৰতিষ্ঠাৰ কাৰণে কম্প্ৰমাইজ কৰা। এইবিলাক পলিটিক্সত হে চলে। প্ৰতি ঘৰতেই দেখোন টেঞ্জিছন্ পিৰিয়ড্ হয়। এটা বংশৰ পীৰি উঠি গ'লে অদূৰ ভৱিষ্যতে দ্বিতীয়টোৰ আগমন হয়। দুয়োটাৰ মাজত এটা বংশ থাকে। তেওঁলোকৰ ওপৰতেই গোটেই দায়িত্ব আহি পৰে। সেয়েই হৈছে টেঞ্জিছন। টেঞ্জিছনত কি হব, এনেকুৱা প্ৰশ্ন কিয় উঠিছে, এইটো আমি বুজিব পৰা নাই। এতেকে টেঞ্জিছনৰ কাৰণে কম্প্ৰমাইজ, বুদ্ধি-হীনতাৰ বাহিৰে অন্য একো নহয়। কোনোৱাই যদি সূৰ্য্যক সোধে যে তুমি আহিলেহে পোহৰ হব। কিন্তু তুমি নহা পৰ্য্যন্ত আমাক কি উপায় দিব খোজা ? তেওঁ কিবা উপায় দিব পাৰিব জানো ? নাই তেওঁ চাকিৰ কথাকে কব ? চাকি জানো তেওঁ দেখিছে ? সূৰ্য্যই কব যে মোৰ অনুপস্থিতিত গোটেই জগত অন্ধকাৰ হৈয়েই থাকিব। এনেকুৱা প্ৰশ্ন মোক

কিয় সোঁধা? মই দেখোন আহিবই লাগিছোঁ? মই আহিলে জানো অন্ধকাৰ তিষ্ঠি থাকিব পাৰিব? সেই অনুক্ৰমেই ট্ৰেঞ্জিছন্ পিৰিয়ডত কি হব, ঠিক এনেকুৱা প্ৰশ্নকে মোকো সুধিছে। আমি কওঁ যে ট্ৰেঞ্জিছন পিৰিয়ডত সৰ্ব্বোদয়ৰ প্ৰতিষ্ঠা হব। ট্ৰেঞ্জিছন পিৰিয়ড্ শেষ হোৱাৰ লগে লগেই সৰ্ব্বোদয় সমাজ শক্তিশালী হৈ উঠিব। ট্ৰেঞ্জিছন পিৰিয়ডৰ আগতে মানুহক বিচাৰধাৰা বুজুৱা হব। এইদৰেই তিনিওটা অৱস্থাতে সৰ্ব্বোদয়ৰ কাম কৰা হব।

## ইণ্টাৰ চেঞ্জেবোল টাৰ্ম্মচ্

আপোনালোকে চাগৈ নিশ্চয় শুনিছে যে ইয়াত শান্তি-সেনা গঠন হৈছে। তেন্তে ইয়াত বৰ অশান্তি হৈছে নে কি? হয়, ইয়াত অশান্তি আছে আৰু সেই অশান্তি অতি ভয়ানক। কিয়নো তাক দেখা নেপায়। যিটো দেখা পায় তাক সকলোৱে দেখে। এই কাৰণে সি ভয়ানক নহয়। জ্বৰ উঠিলে সকলোৱেই দেখে। কিন্তু যদি পেটত কিবা ৰোগ হয় তেন্তে মূৰ্খই কি কব তাৰ পেটত কি হৈছে! আৰু সি এনে হিচাপে থাকে যে তাৰ ৰোগ বাঢ়ে হে। এনেকুৱা অৱস্থা স্বাভাৱিকতেই ভয়ানক। ভাৰতবৰ্ষত যাক শান্তি বোলে, সেই বস্তুটো আজি ক'তো নাই। যি আছে সি 'পীচ' হে। 'পীচ' কোনো মূল্যবান বস্তু নহয়। 'ৱাৰ' আৰু 'পীচ' এই দুয়োটাই ইংৰাজী 'ইণ্টাৰ চেঞ্জেবোল টাৰ্ম্ম্চ্'। যেনেকৈ মাটিৰ ৰূপান্তৰ কলহত আৰু কলহৰ ৰূপান্তৰ মাটিত হয়, সেই দৰেই ইংলিচ 'পীচ' আৰু 'ৱাৰ' ইহঁত দুটাই ইটোৱে সিটোক জন্ম দিছে। ঠিক ৰজোগুণ আৰু তমোগুণৰ দৰে পৰস্পৰে পৰস্পৰৰ প্ৰতিক্ৰিয়াৰ পৰাই ইহতৰ সৃষ্টি হয়। কোনো মানুহে যদি উৎপাত কৰি কাম কৰে তেন্তে তাৰ পিচতে শুনিবলৈ বিচাৰে। অৰ্থাৎ তমোগুণ আহি যায়,

৮।১০ ঘণ্টা শুই ললে। তাৰ পিচত আকৌ শুয়ো আমুৰালে। আকৌ উঠি কামত ধৰে। কাম কৰিলে ভোক লাগে, ভোক লাগিলে খায়, খালেই ধৰে ৰজোগুণে। এই দৰেই ৰজোগুণ আৰু তমোগুণ ইটো সিটোৰ জন্ম দাতা। সেই দৰেই 'পীচ' আৰু 'ৱাৰ' এই ইংলিচ্ শব্দ দুটাও ইটোৰ সিটো জন্মদাতাই।

## হট্ পীচ

এই দৰেই যি ষ্টেটচ্‌মেনৰ দৃষ্টি ঠেক, তেওঁলোকে 'পীচ' শব্দটোতে সন্তুষ্ট হয়। তেওঁলোকে ভাবে যে আমাৰ ইয়াত 'পীচ' থাকিব লাগে। পিচে আজি-কালি এই কাৰণেই 'হট ৱাৰ' আৰু 'ক'ল্ড ৱাৰ' নামৰ শব্দ দুটা ওলাইছে। 'ক'ল্ড ৱাৰ' যেনেকুৱা 'হটপীচো' ঠিক তেনেকুৱাই। এই 'পীচৰ কোনো সাৰ পদাৰ্থ নাই। শান্তি হৈছে সম্পূৰ্ণ বেলেগ বস্তু। এই হেতুকেই শান্তি-সেনাই ইয়াত সমতোল বা সৰ্ব্বাঙ্গীণ উন্নত এখন সমাজ স্থাপনা কৰিব। শাস্ত্ৰত স্বাস্থ্য সম্পৰ্কে কোৱা হৈছে—"ধাতু সাম্যম আৰোগ্যম।' শৰীৰত যি ধাতু আছে সি সমত্ব হব লাগে। ধাতু মানে ধাৰণা কৰা তত্ত্ব। সেই তত্ত্ব অনেক প্ৰকাৰৰ থাকে। শ্ৰম ধাতু, ধন ধাতু, বুদ্ধি ধাতু—এইবিলাকৰ ভিতৰত সাম্য স্থাপিত কৰিব লাগে। এয়েই হৈছে শান্তি। আজিৰ সমাজত সামাজিক বৈষম্য থকা সত্ত্বেও 'পীচ' বুলিয়েই কোৱা হৈছে। 'পীচ' মানে হৈছে যুদ্ধত পৰিণত নোহোৱা অৱস্থা। জুই লগাৰ নিচিনা ঘটনা নোহোৱা। ধোঁৱাই থকা অৱস্থা। যেতিয়া জুইকুৰা দম্‌দম্ কৈ জ্বলি উঠে তেতিয়াই যুদ্ধৰ সৃষ্টি হব। কিন্তু আমি জুই হে বিচাৰিছোঁ, ধোঁৱা বিচৰা নাই। এতেকে আমি ইয়াত শান্তি-সেনাৰ যি কেইটা কথা কৈছোঁ অতি গহীন কথাকে কৈছোঁ।

## বেলেন্স ছচাইটীৰ আৱশ্যক

আজি কেৰলৰ অৱস্থা কি তাৰ বিষয়ে আপোনালোকে ভাবিব পাৰে। ইয়াত বিবিধ সমাজ আছে। এনেকুৱা বিবিধ সমাজ অৱশ্যে গোটেই ভাৰততেই আছে। কিন্তু ইয়াৰ জন-সংখ্যা বেছি। ইয়াৰ উপৰিও ইয়াত পাৰ্টি আছে। খাৰ-বাৰুদ সকলো প্ৰস্তুত, মাত্ৰ জুই লাগিবলৈ বাকী আছে। এনেকুৱা অৱস্থাত আমি ইয়াত শান্তি-স্থাপনাৰ কথা ভাবিছোঁ। ইয়াৰ কাৰণে আমি এখন বেলেন্সড্ ছচাইটী গঠন কৰিব খুজিছোঁ। যেতিয়াই শান্তি-সেনাৰ কল্পনা কৰা যায় তেতিয়াই আজিৰ এই সমাজ অব্যাহত ৰাখি মাজত ধৰি ইয়াত হোৱা গণ্ডগোল বা হাই-কাঁজিয়া ভঙাৰ কথা কেতিয়াও ভাবিব নোৱাৰি। এইটো আজি গোটেই পৃথিৱীতে চলিছে। সৈন্য-সামন্ত যোৱাৰ আগে আগে সামোপচাৰতো চলেই। ই অতি প্ৰাচীন কালৰে পৰা চলি আহিছে। তাৰ এটা বিভাগ হৈছে সাম, দ্বিতীয় বিভাগ দণ্ড বা শাসন আৰু তৃতীয় বিভাগ হৈছে ভেদ। এই অনুক্ৰমেই ই অনেক বিভাগত বিভক্ত হৈছে। অৰ্থাৎ সমাজলৈ যদি কিবা বিপদ আহে তেন্তে সামৰ দ্বাৰাই কাম হব। সেই দৰেই ভূদানৰো ৰূপ সলনি হব। দান মানে আজিৰ সমাজ ব্যৱস্থা টিকাই ৰাখিবৰ কাৰণে কেইজনমান মানুহে দিয়া ভেটী। আৰু শান্তি-সেনা মানে হৈছে অস্ত্ৰ-সেনাৰ পূৰ্ব্ব প্ৰস্তুতি। এনে ধৰণৰ ৰূপ হলে ইয়াৰ পৰা বেছি অৰ্থ নোলায়। অৱশ্যে আমি যিটো ভাবিছো সি হৈছে বেলেগ কথা। আমি ভাবিছোঁ, ইয়াত পক্ষ-মুক্ত বা নিৰ্দ্দলীয় সৰ্ব্বোদয় নিষ্ঠ শান্তি-সেনা গঠন হব লাগে।

## পাৰ্টিবোৰ ভাগিবই

আমি পক্ষ-মুক্ত বা নিৰ্দ্দলীয় কিয় হব খুজিছোঁ? যি মানুহ সমাজৰ

আগলৈ যাব তেওঁলোক নিস্পৃহ আৰু সত্যনিষ্ঠ হব লাগে। কোনোবাই যদি কিবা ভুল কৰে তেন্তে তাক কবলৈ তেওঁলোকৰ সাহ হব লাগে। এই সাহ পাৰ্টি মেম্বাৰবিলাকৰ থাকিব নোৱাৰে, কাৰণ তেওঁলোক পাৰ্টিৰ অনুশাসনৰ দ্বাৰাই আবদ্ধ। সৰ্বোদয় সমাজত নিৰ্দলীয় মানুহ থাকিব লাগে। অকল এয়ে নহয়, তেওঁলোকে পাৰ্টি ভাঙিবলৈ চেষ্টা কৰোঁতাও হব লাগে। পাৰ্টি ভঙাৰ উপায় হব ভাব-ধাৰাৰ প্ৰচাৰ আৰু নিজৰ আচাৰ ব্যৱহাৰ। এই সকলোবোৰ পাৰ্টি ভাগিবই, কাৰণ জগতখন আজি যিটো ভেটিৰ ওপৰত প্ৰতিষ্ঠিত সিয়েই ঢিলা হৈ যাব ধৰিছে।

## এওঁলোক 'ফ্ৰণ্ট্ ৰো'ৰ সৈনিক

ইয়ালৈ গঠনমূলক কাম কৰা কৰ্মীও আছিছে। তেওঁলোক সকলোৱেই সৰ্বোদয় সমাজৰ আগে আগে যোৱা 'ফ্ৰণ্টৰো'ৰ সৈনিক। তেওঁলোকে যদি সেনাৰ কৰ্ত্তব্য বা শিষ্টাচাৰ কি তাক বুজি নেপায় আৰু পিচৰ সৈন্যৰ লগত সম্বন্ধ নেৰাখে, তেন্তে তেওঁলোক শত্ৰুপক্ষৰ লগ লাগিব পাৰে; কাৰণ তেওঁলোক আগত থাকে। এই কাৰণে আমাৰ এই সৈন্যদলৰ লগত তেওঁলোকৰ সম্বন্ধ অব্যাহত ৰাখিব লাগে। ফ্ৰণ্টলৈ যি সকল সৈন্য যায় তেওঁলোকৰ সম্বন্ধ পিচৰ দল সৈন্যৰ লগত থাকেই। নহ'লে সেই সৈন্যবিলাক শত্ৰুপক্ষৰ লগ লগাত আশঙ্কা থাকে। যেনেকৈ আমি এতিয়া অসৰ চৰখাক শত্ৰুৰ বিপক্ষে পথাই দিছোঁ, কিন্তু তাৰ এখন হাতত আমি ধৰিয়েই থাকিব লাগিব। এতেকে গঠনমূলক কৰ্মী-সকলে এই ভাবটো ঠিক মতে বুজি লোৱা উচিত আৰু তেওঁলোকৰ সম্বন্ধ এই আন্দোলনৰ লগত ৰখাটো অত্যন্ত প্ৰয়োজনীয়। কাৰণ তেওঁ-লোক হৈছে অগ্ৰগামী দল আৰু তেওঁলোকৰ আগত মোহো যথেষ্ট আছে। শত্ৰুৱে প্ৰথমে কাৰ ওপৰত হাত দিয়ে? যাক আগত পায়,

তেওঁলোকৰ ওপৰত। এই অনুক্ৰমেই গঠনমূলক কৰ্মীসকল চাই থাকোঁতে থাকোঁতে চৰকাৰী হৈ যাব পাৰে। এইটো তো আমাৰেই চৰকাৰ, আমাৰ মঙ্গল কামনা কৰে, আমাক নৰকলৈ যে নৈ নেযায় এইটো ঠিক। কিন্তু আচল বিপদ নৰকৰ নহয়, স্বৰ্গৰ হে। চাওঁতে চাওঁতে গোটেই গঠনমূলক কামেই চৰকাৰী হৈ যাব পাৰে। কোনটোনো কাম চৰকাৰী হব নোৱাৰে? খাদি গ্ৰামোদ্যোগ, নঈ তালিম আদি সকলোমেই চৰকাৰী হৈ যাব পাৰে। বেলফেয়াৰ ষ্টেটচ্‌বলাই ভাবিছে যে গোটেই-বোৰ গঠনমূলক কাম আমি হে কৰিব লাগে। তেনে অৱস্থাত সৰ্ব্বোদয়ৰ দৃষ্টিৰে গঠনমূলক কামৰ ৰূপ কেনেকুৱা হব এইটো চাব লগীয়া কথা। ইয়াত যিটো পাৰ্থক্য আছে তাক খৰচি মাৰি বুজিব পাৰিলেহে গঠনমূলক কৰ্ম্মীসকলৰ শক্তি সৃষ্টি হব।

## শক্তি নিৰ্ম্মাণ কৰিব লাগিব

এই কামত অনুৰাগ থকা সকলৰ এটা দল ইয়াত গঠন হোৱা আৰু তেওঁলোকে কাম চলাই থকাটো আমি বিচাৰোঁ। নহলে যি কেইখন গাওঁ দান পোৱা হৈছে তাৰ চিন্তাতেই যদি সকলো লাগি থাকে, তেন্তে এই কামৰ ইমানতে সামৰণিও পৰিব পাৰে। কাৰণ ভাৰতীয় সমাজত নতুন নতুন ভাব ধাৰাক হজম কৰিব পৰা শক্তি বিদ্যমান আছে। কিছুমান গাওঁ গ্ৰাম-দানত পোৱাটো ভালেই হৈছে, তাৰ কাৰণে বিশেষ আইনো ৰচিত হৈছে, বাকীবোৰ গাওঁ যেনেই আছিল তেনেই আছে। এই নিচিনাকৈয়ে কথাবোৰ তল পৰি যায়। অপবাদ স্বৰূপে কিমান বিলাক যে সংস্কাৰ এই সমাজত জাহ গৈছে তাৰ কি অন্ত আছে? হৰিজনৰ উদ্ধাৰ হব লাগে আৰু জাতি-ভেদ লোপ পাব লাগে; ডাঙৰ মানুহ বিলাকে নিজৰ ঘৰৰ বিয়া-বাৰু সেইদৰেই কৰেও। কিন্তু সমাজে কি কৰে? সমাজে সেই ঘটনাটো

অপবাদ স্বৰূপে হে মানি লয়। "তেজীয়সাং ন দোষায়"—ডাঙৰ ডাঙৰ মানুহে যি কাম কৰে তাত তপস্বী সকলে দোষ নধৰে। আনৰ দোষ হলে ধৰে। কিন্তু এনেকুৱা হবলৈ দিব নোৱাৰি, বৰং শক্তিহে সৃষ্টি কৰিব লাগিব। পানীৰ সৃষ্টি হৈয়েই আছে তাৰ পৰাই এতিয়া শক্তিৰ সৃষ্টি কৰিব লাগিব। এই কাৰণেই আমি ইয়াত সৰ্ব্বোদয় মণ্ডল গঠন কৰিছোঁ। সি কেৱল আৰম্ভণি হে মাত্ৰ। এনেকুৱা সৰ্ব্বোদয় মণ্ডল গাৱেঁ গাৱেঁ গঠন হব লাগে। সত্যাগ্ৰহী লোক-সেৱকৰ সংখ্যা বাঢ়িব লাগে। এইখিনি হ'লেও কেৱলত এটা ডাঙৰ কাম হব।

মঙ্গলপাড়ী (কণ্ণনূৰ)
২২-৮-'৫৭

## প্রশ্নোত্তৰী ঃ ১৪ ঃ

প্ৰশ্ন :—শান্তি-সেনাৰ সৈনিকৰ কাৰণে কোনো বিশেষ ধৰণৰ 'ড্ৰেচ' আৰু 'ড্ৰিল' আদিৰ ব্যৱস্থা কৰিব পৰা যাবনে নেযায়?

বিনোবা :—সাধাৰণ সাজ-পাৰত থকাই ভাল। আমাৰ সেৱকে যদি বিশেষ 'ড্ৰেচ' পিন্ধে তেন্তে যাৰ সেৱা কৰিবলৈ যোৱা হব, তেওঁলোকৰ মনত বিপৰীত প্ৰতিক্ৰিয়াৰ সৃষ্টি হব পাৰে। তেওঁলোকে বেলেগ মানুহ বুলি ধৰি লব। সৈনিকসকলৰ সমাজতকৈ পৃথক হব নেলাগে। মানুহে যেতিয়া আৱশ্যক বোধ কৰে তেতিয়াই সৈনিকসকলৰ ওচৰলৈ গৈ নিঃসঙ্কোচে কোৱা বা সহায় তেওঁলোকৰ পৰা খুজি লব পৰা হব লাগে। এই দৃষ্টিৰে চালে বিশেষ ধৰণৰ সাজ-পাৰে যদি বাধাৰ হে সৃষ্টি কৰে, তেন্তে তাক ব্যৱহাৰ নকৰাই ভাল। মূল কথা হৈছে, সৈনিক সমাজতকৈ ভিন্ন হব নেলাগে। ডিচিপ্লীনৰ ফালৰ পৰা চালে 'ড্ৰিল' আদি কৰিব পাৰে। শান্তি-সেনাৰ

কাৰণে ডিচিপ্লীন্‌ৰ আৱশ্যকতা আছে। তেওঁলোকে ভাল ভাল ভজন বা বৰগীত আদিও জানিব লাগে। ক'ৰবাত যদি আক্ৰমণ চলে, তেন্তে এই শান্তি-সেনা সকল তালৈ গৈ শান্তিৰ ভজন গাব। যি কোনো ব্যৱস্থিত কামৰ কাৰণে ডিচিপ্লীন্‌ লাগেই। গাৱঁত যদি কোনো মানুহৰ ঘৰত জুই লাগে তেন্তে লৰি-ঢাপৰি বহুতো মানুহেই যায়, ফলত অযথা ভিৰ হৈ পৰে। জুই নুমুৱাৰ কামটো যদি ব্যৱস্থিত ভাবে কৰিব পৰা যায়, তেন্তে অলপ সময়ৰ ভিতৰতে জুই নুমাব পাৰি। এই নিমিত্তেই শান্তি-সেনাৰ কাৰণে ডিচিপ্লীন্‌ লাগে।

প্ৰশ্ন :—গাৱঁত যদি কটা-কটি লাগে, তেন্তে সেই সময়ত শান্তি-সেনাই কি কৰিব লাগিব ?

বিনোবা :—তাৰ মীমাংসা গাৱঁতে হলেও চৰকাৰে মানি নলব। কিয়নো ই চৰকাৰী আইনৰ বিৰোধী কথা। আৰু যেতিয়া গাৱঁত কটা-কটি লাগে, তেতিয়া সি কেৱল সেইখন গাৱঁৰ কাৰণেই নহয় বৰং গোটেই দেশৰ কাৰণেই অপৰাধ হৈ পৰে। এই গতিকে সেই গোচৰটো চৰকাৰী ক'ৰ্টলৈ যাব। তাত তাৰ বিচাৰ হব। শান্তি-সেনাই কি কৰিব ? প্ৰেমৰ পাঠ পঢ়াব। তাৰ ফল স্বৰূপে এনেকুৱা কটা-কটি লাগিবলৈ এৰিব। আৰু যদি ক'ৰবাত কেনেবাকৈ লাগেও তেতিয়া যাক কাটিছে বা মাৰিছে তেওঁলোকৰ ঘৰলৈ শান্তি-সেনা যাব আৰু ঘৰৰ মানুহক যি কাটিছে বা মাৰিছে তেওঁক আন্তৰিকতাৰে সৈতে ক্ষমা কৰিবলৈ অনুৰোধ কৰিব, তথাপি তেওঁৰ ক্ষমা নহব। চৰকাৰৰ ফালৰ পৰা ক'ৰ্টলৈ গোচৰ যাব। যাক কাটিছে তেওঁৰ ঘৰৰ মানুহক আদালতলৈ মাতিব। আদালতত হাকিমে সুধিব যে আপোনালোকৰ ঘৰতে এই মানুহটোৱে আপোনালোকৰ ককায়েকক কটা হয়নে ? তেওঁলোকে কব 'হয়'। আচামীৰ পক্ষৰ পৰাও সাক্ষী লোৱা হব। শেষত হাকিমে কব যে "ই কটাটো সঁচা, পিচে আমি আশাকৰোঁ

আপোনালোকে যেন আচামী জনক ক্ষমা কৰে। আমি ইয়াক শাস্তি-বিধান কৰিব খোজা নাই।" ক'টৈ অৱশ্যে ক্ষমা নকৰে। আচামীক শাস্তি দিবই। ফাঁচি নোহোৱাকৈ হয়তো সাৰিব পাৰিব। জনমভৰ ফাটেক হ'লে তাৰ অন্তৰ পৰিবৰ্ত্তন হব। তেতিয়া সি ভাবিব যে মই কাটিলো তথাপি তেওঁৰ ঘৰৰ মানুহে মোক ক্ষমা কৰিলে। পৰিণাম স্বৰূপে সি ফাটেকত সকলোৰে লগত সাধু ব্যৱহাৰ কৰিবলৈ ধৰিব। ফাঁচিৰ হুকুম হ'লে নাম স্মৰণ কৰি থাকিব আৰু নিজৰ কৃতকৰ্ম্মৰ অনুতাপ কৰিবলৈ ধৰিব। এই দৰেই সি গতি পাব। যদি অন্তৰত প্ৰেমভাব আছে তেন্তে এইখিনি কাম অন্ততঃ শান্তি-সেনাই কৰিব পাৰে। য'ত শান্তি-সেনা থাকিব ত'ত কটা-কটি বা মৰা-মৰিয়েই নেলাগিব। সৰু-সুৰা খৰিয়াল হয়তো লাগিব তাকো গাৱঁৰ বাইজে গাৱঁতে আপোচ মীমাংসা কৰিব পাৰিব। তাত চৰকাৰে হস্তক্ষেপ কৰিবলৈ নেযায়।

প্ৰশ্নঃ—যুদ্ধৰ সময়ত অস্ত্ৰ-ধাৰী সৈন্যৰ আগত শান্তি-সেনাই কি কৰিব ?

বিনোবা ঃ – শান্তি-সেনাৰ কাম কি ? যুদ্ধও সদায় নহয়, কাঁজিয়াও সদায় নেলাগে ; তথাপি শান্তি-সেনাই দিনে ২৪ ঘণ্টাই কাম কৰিব লাগিব। তেওঁলোক চিৰদিনৰ কাৰণে সেনা হব, বিশেষ প্ৰসঙ্গত শান্তি-সেনাৰ কাম কৰিব। এই কাৰণে এটা স্থায়ী সেৱা-সেনা বাহিনী গঠন হৈ উঠিব। ফল স্বৰূপে দেশৰ সেৱা হব। তেওঁলোকে দুখীয়াসকলক সহায় কৰিব, ধনীসকলৰ আগত দুখীয়া দুঃখ বৰ্ণনা কৰিব আৰু তেওঁলোকৰ সহানুভূতি প্ৰাপ্ত কৰিব। মাটীৰ মালিকী স্বত্ব বিলোপ কৰিবলৈ চেষ্টা কৰিব। গাৱঁৰ যদি কাৰবাৰ ৰোগ-ব্যাধি হয় তেন্তে তেওঁলোকৰ পৰিচৰ্য্যা কৰিব। গাৱঁৰ উৎপাদন বৃদ্ধি কৰিবলৈ চেষ্টা কৰিব। শিক্ষাৰ আঁচনি কৰিব। এই অনুক্ৰমেই শান্তি-সেনাসকলে গাৱঁৰ সৰ্ব্বাঙ্গীণ উন্নতিৰ কাৰণে কাম

কৰিব, তেতিয়া আৰু গাঁৱঁৰ কোনো অশান্তি আদি নহব। তাৰ মানে গাঁৱত অশান্তি হোৱাৰ যিবোৰ মূল কাৰণ আছে তাকে নিৰ্ম্মূল কৰাই হৈছে শান্তি-সেনাৰ কাম।। বৈষম্য, নিষ্ঠুৰতা, অধিকাৰৰ ভাৱনা, এইটো মোৰ, সেইটো তাৰ, উচ্চ-নীচ, জাতি-অজাতিৰ ভাব, ধৰ্ম্ম-ভেদ আৰু তেওঁলোকৰ মাজত লগা দন্দ খৰিয়াল—এই সকলোবোৰেই হৈছে অশান্তিৰ মূল কাৰণ। কিছুমান আৰ্থিক, কিছুমান সামাজিক আৰু কিছুমান ধৰ্ম্মিক কাৰণো আছে। কিন্তু আজি-কালি পাৰ্টি-পলিটিক্সো তাৰ লগ লাগিছে। এই কাৰণে শান্তি-সেনা চিৰদিনৰ কাৰণেই সেৱা-সেনা হৈ থাকিব আৰু তেওঁলোকে এই কাৰণবোৰ নিৰ্ম্মূল কৰিব আৰু দেশৰ সমস্যা শান্তিপূৰ্ণ উপায়েৰে সমাধান কৰিব। এনে কৰাৰ পিচত দেশৰ চিত্ত শুদ্ধি হব আৰু দেশৰ মৰম-চেনেহ ক্ৰমে বাঢ়ি যাব। তেতিয়া সৈন্য বিভাগত চৰকাৰৰো বহুত বেছি টকা খৰচ নহব। আভ্যন্তৰিণ ব্যৱস্থাৰ কাৰণেও বেছি টকা খৰচ কৰিব নেলাগিব। দেশৰ নৈতিক শক্তি বাঢ়ি যাব। এই কাৰণে আন্তৰ্জ্জাতিক ক্ষেত্ৰত তাৰ প্ৰভাৱ বাঢ়িব।

মই এটা উদাহৰণ দিওঁ। সীমা কমিচনৰ ৰিপোৰ্ট সম্পৰ্কত বোম্বাইত এখন বিবাদ লাগিছিল। চৰকাৰে তাত গুলী চলালে আৰু বহুতো মানুহ মৰা পৰিল। সেই বিবাদত লিপ্ত থকা সকলেও বৰ বেয়া কাম কৰিছিল। তাৰ পৰা জানো কিবা পোৱা হ'ল? লাভতো একোৱেই নহ'ল। কিন্তু ভাৰতবৰ্ষৰ বদনাম গোটেই জগততে প্ৰচাৰিত হ'ল। পৃথিৱীৰ মানুহে মুখে মুখে কবলৈ ধৰিলে যে এওঁলোকৰ নিজৰ ভিতৰতে বিবাদ গুচা নাই, গুলীয়া-গুলী চলিয়েই আছে—তাৰ ওপৰত আকৌ শান্তিৰ কথা কয়। এনেবিলাক অপ্ৰীতিকৰ ঘটনাৰ পৰা দেশৰ শক্তি হ্ৰাস হয়। এই কাৰণে শান্তি-সেনাৰ সৈনিকে সদায় সেৱা কৰিয়েই থাকিব আৰু অশান্তিৰ কাৰণবোৰ নিৰ্ম্মূল কৰিব। এই কাৰণে বাহিৰৰ

অন্তৰত তেওঁলোকৰ প্ৰতি অগাঢ় প্ৰেম থাকিবই। য'তেই সংঘৰ্ষ নহওক লাগে তাতে শান্তি-সেনাসকল উপস্থিত হোৱা মাত্ৰেই শান্তি স্থাপন হৈ পৰিব। যদি কোনো বেছি থাকে তেন্তে তাত শান্তি-সেনাই নিজৰ প্ৰাণো উছৰ্গা কৰিব। এনে ধৰণৰ সৈনিক প্ৰস্তুত হৈ উঠিলে তেওঁ-লোকে যুদ্ধও প্ৰতিৰোধ কৰিব পাৰিব।

"এতিয়া শান্তি-সেনাই যুদ্ধৰ সময়ত কি কৰিব? তেওঁলোকৰ হাতত বন্দুক থাকিব, এওঁলোকৰ হাতত কি থাকিব? এওঁলোকৰ গাৰ চেহেৰা কেইটা দেখিয়েই শত্ৰু গুচি যাবনে? এওঁলোকৰ হাততো অস্ত্ৰ-শস্ত্ৰ থাকিব লাগে। এতিয়া এওঁলোকৰ হাতত কেনেকুৱা অস্ত্ৰ থকাটো উচিত হব? এওঁলোকৰ দ্বাৰাই যি সেৱা হব সেয়েই এওঁলোকৰ অস্ত্ৰ হব। এই কাৰণে যদি সৈনিক সেৱা—বিহীন হয় তেন্তে এওঁলোক অস্ত্ৰ বিহীন সৈনিকৰ নিচিনা হৈ পৰিব। আয়ুধৰহিত সৈন্য মিছা। আমাৰ শান্তি-সেনা আয়ুধৰহিত নহব। এওঁলোক অতি তীক্ষ্ণ অস্ত্ৰ-ধাৰী হব। এওঁলোকে প্ৰেমৰ দ্বাৰাই নিৰন্তৰ সেৱা কৰিয়েই থাকিব। দেশ তথা পৰদেশতো এওঁলোকৰ সন্মান বাঢ়িব।

আজিনো জগতত কি চলিব লাগিছে, তাৰ বিষয়ে অলপ ভাবকচোন। জগতত চেতনা কিছু জাগ্ৰত অৱস্থালৈ আহিছে। আপোনালোকে শুনিছে যে বৃটেইনে ইজিপ্তৰ ওপৰত আক্ৰমণ চলাইছিল। তাকে দেখি পৃথিৱীৰ সকলোবোৰ বাতৰি কাকতেই তাৰ বিৰুদ্ধে নিজৰ নিজৰ অভিমত ব্যক্ত কৰিলে। ইংলণ্ডৰ সৰ্ব্বসাধাৰণ ৰাইজো তাৰ বিৰুদ্ধে থিয় হ'ল। শেষত বৃটেইনে কৌশলেৰে যুদ্ধ বন্ধ কৰিবলৈ বাধ্য হ'ল। যিসকলে এইটো কৰিছিল তেওঁলোকে বেমাৰ পৰা, তাৰ কাৰণে মাহ-ডেৰমাহ ছুটী লোৱা, কিছুদিনৰ মূৰত কামত ধৰা, তাৰ পিছত কাম ইস্তফা দিয়া, ইস্তফা গ্ৰহণ কৰা, নতুন মানুহ নিযুক্ত কৰা, সেই নব নিযুক্ত মানুহ-

বোৰেও আকৌ যুদ্ধৰ প্ৰস্তাব উঠাই লোৱা—এই গোটেইবোৰ হৈছে তেওঁলোকৰ কৌশল। শেষত এইবোৰ কিয় কৰিব লগা হ'ল? কিয়নো জগতত নৈতিক ভাবনাৰ সৃষ্টি হৈছে। আজি কোনো দেশেই কাৰোবে ওপৰত তেনে ভাবে আক্ৰমণ নকৰে। কাৰণ পৃথিবীৰ কিছু চেতনা আহিছে। এই অৱস্থাত যিখন দেশত শান্তি-সেনা আছে, সেইখন দেশৰ সমস্যাৰ সমাধান নিজৰ ভিতৰতে হব আৰু তেওঁলোকৰ নৈতিক শক্তি বৃদ্ধি পাব।

প্ৰশ্ন:—আপুনি যে সন্মতিদান বিচাৰিছে, তাক কিহৰ কাৰণে, আৰু আমাৰ পৰা আপুনি কি বিচাৰে?

বিনোবা:—শান্তি-সেনাৰ কাম যে আপোনালোকে সমৰ্থন কৰিছে তাৰ চিন স্বৰূপে প্ৰতি ঘৰৰ পৰা শ্ৰম-দান হব লাগে। আমি পৰামৰ্শ হিচাপে দাবি ধৰিছিলো যে প্ৰতি মাহে পাঁচজন কৈ মানুহ থকা একোটা পৰিয়ালৰ পৰা এনেছা সূতা দিব লাগে। আমি বেছি বিচৰা নাই। এটা সক ল'ৰায়ো এনেছা সূতা অনায়াসে দিব পাৰে। এই নিচিনাকৈয়ে সকলোৰে সন্মতি শান্তি-সেনাই পাব।

আজি চৰকাৰে আপোনালোক সকলোৰে সন্মতি পাইছে। কাৰণ চৰকাৰক আপোনালোকেই নিৰ্ব্বাচিত কৰিছে। আপোনালোকে ৰেলত উঠে, চাহ খায়, অলৈ-ত'লৈ চিঠি-পত্ৰ দিয়ে, কাপোৰ-কানি পিন্ধে। এইদৰেই আপোনালোকে চৰকাৰৰ সকলো কামত সন্মতি জনাই আছে। কাৰণ প্ৰত্যেকটো বস্তুতে চৰকাৰী টেক্স লগোৱা আছে। এইটোৱেই হৈছে আপোনালোকৰ মূল সন্মতি আৰু ইয়াত এক প্ৰকাৰে বল প্ৰয়োগো হয়। চৰকাৰক আপোনালোকে নিজেই নিৰ্ব্বাচিত কৰিছে যেতিয়া বল প্ৰয়োগ হলেও আপোনালোকে তাৰ সন্মতি দিয়াই হয়। কাৰণ, চৰকাৰৰ মুখ্য শক্তি সৈন্য নহয়। তেওঁলোকে আটাইতকৈ ডাঙৰ শক্তি পাইছে

আপোনালোকৰ এই 'সন্মতি'ৰ পৰা। গতিকে আপোনালোকে যদি সেৱা-সেনাৰ আঁচনিখন সমৰ্থন কৰিছে তেন্তে আপোনালোকৰ সন্মতি লাগে। সেই সেৱকসকলে জাতি-ধৰ্ম্ম-দল নিৰ্ব্বিশেষে নিৰপক্ষ ভাবে আপোনালোক সকলোৰে সেৱা কৰি থাকিব। আজি আমি গোটেই ভাৰতৰ কথা নধৰো বাৰু, কেৰলৰ কোনো অঞ্চল বা চাৰ্কেলত এই কাম অনায়াসে কৰিব পাৰি। কেৰলৰ একো একোটা চাৰ্কেলত প্ৰায় আঢ়ৈ লাখ মানুহ অৰ্থাৎ ৫০ হেজাৰ ঘৰ আছে। যদি ৫০ হেজাৰ ঘৰৰ পৰা ৫০ হেজাৰ নেছা সূতা পোৱা যায়, তেন্তে সেৱকৰ দল এটা গঠন কৰিব পৰা হব। এইখিনি সূতা এনেয়ে চালে একো নহয়, তাৰ দ্বাৰাই সেৱকসকলৰ পোহ-পাল যাব নোৱাৰে। কিন্তু তাৰ পৰা তেওঁলোকে বল পাব। পোহ-পালৰ খৰচ পোৱা যাব সম্পত্তিদানৰ পৰা।

আমি এটা সাধাৰণ কথাহে আপোনালোকক কৈছোঁ। ৫০০০ জন-সংখ্যাৰ ভিতৰত একোজনকৈ সেৱক থাকিব। হিন্দু ধৰ্ম্মই কি কৈছিল? কোনো এক নিৰ্দ্ধাৰিত বয়সলৈকে গৃহস্থাশ্ৰমত থকায় পিচত ঘৰৰ পৰা মুক্ত হৈ বানপ্ৰস্থী হব লাগে। ঘৰৰ সকলো দায়িত্ব ল'ৰাৰ ওপৰত দি নিজৰ বেছি ভাগ সময় সমাজ-সেৱাত লগাব লাগে। এই হিচাপে চালে ৫০ বছৰৰ ওপৰৰ সকল শান্তি-সেনালৈ আহিব পাৰে। এই ৫০০০ ৰ ভিতৰত নো এজনো বানপ্ৰস্থী নোলাবনে? কমেও অন্ততঃ ১০০ জন ওলাবই লাগে। ইমানখিনি যদি সমাজ-সেৱক ওলায় তেন্তে ভালৰ কথাই। অতীজতে হিন্দু ধৰ্ম্মৰ যি আঁচনি আছিল তাৰে এক শতাংশ কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰা হৈছে। অৰ্থাৎ আঢ়ৈ লাখ মানুহৰ কাৰণে ৫০ জন সেৱক আমি প্ৰস্তুত কৰিব খুজিছোঁ। পিচত গৈ হিন্দু ধৰ্ম্মৰ গোটেই পদ্ধতিটোকে ব্যাপক কৰি তুলিব লাগিব। ই মাত্ৰ তাৰ আৰম্ভণিহে।

মানুহে আমাক কয় যে সমাজ-সেৱাৰ কাৰণে পূৰা সময় দিব নোৱাৰি। বেছি ভাগ সময় ঘৰৰ কামতেই যায় দেখোন। যি অলপ সময় বচাব পাৰোঁ তাকে সমাজ-সেৱাত লগাইছোঁক। কিন্তু তাত পাৰ্টীৰ কথাও উঠে। তেওঁলোক সকলোৱেই বেলেগ বেলেগ পাৰ্টিত বিভক্ত হৈ আছে। এই কাৰণে সেৱা কৰাতকৈ পৰস্পৰে পৰস্পৰৰ সেৱা ভণ্ডোৱাৰ কামহে বেছিকৈ চলে। কাৰণ তেওঁলোকৰ পেটত এই ভয়টো থাকে যে যদি অন্য পাৰ্টিৰ মানুহে আহি সেৱা কৰেহি তেন্তে তেওঁলোকৰ প্ৰতিষ্ঠা বাঢ়িব। এই কাৰণে তেওঁৰ সেৱা কেনেকৈ ভণ্ডাব পাৰি তাৰ চেষ্টা কৰোঁতেই গোটেই সময় গুচি যায়। পূৰা সময় যে সেই কামত নিদিয়ে সিয়েই পৰম সৌভাগ্য। এনেকুৱা দুঃখজনক পৰিস্থিতি। যিখন দেশত বান-প্ৰস্থাশ্ৰমৰ ব্যৱস্থা আছিল, সন্ন্যাসীসকলে জ্ঞান বিলাই গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছিল, সেইখন দেশত আজি পূৰা সময় দিওঁতা সেৱকৰ অভাৱ। আজি সেৱক কোন? চৰকাৰী পদাধিকাৰী সকল? নহয়, তেওঁলোকৰ হৈছে সেইটো ব্যৱসায়। তেওঁলোকৰ দ্বাৰাই দেশৰ শক্তি নিৰ্ম্মাণ নহয়। এই নিমিত্তে আমি প্ৰতি গাৱঁৰ সেৱা কৰিবৰ কাৰণে শান্তি-সেনা স্থাপিত কৰিব খুজিছোঁ। তেওঁলোকে পূৰা সময় সমাজ-সেৱাৰ কামত দিব, আৰু সকলো প্ৰকাৰে সেৱা কৰিব। তেওঁলোকৰ ভৰণ-পোষণৰ ব্যৱস্থা সম্পত্তি দানৰ দ্বাৰাই হব। প্ৰতি ঘৰৰ পৰা এনেছাকৈ পালে তেওঁলোকৰ শক্তি নিৰ্ম্মাণ হব। তেওঁলোকৰ নৈতিক বল বাঢ়িব। আৰু তাৰ লগে লগে দৈহিক শ্ৰম কৰাৰো অভ্যাস হব।

পেৰাম্বৰা, (কোঝিকোড)

২৭-৭-'৫৭

[ প্ৰাৰ্থনাৰ আগতে শান্তি-সেনা স্থাপনৰ কথাটো ঘোষণা কৰা হয় আৰু শান্তি-সেনা হিচাপে কেৰলৰ আঠজন কৰ্মীয়ে প্ৰতিজ্ঞা গ্ৰহণ কৰে। তাৰ পিচত প্ৰতিজ্ঞা-পত্ৰ পূজ্য বাবাক সমৰ্পণ কৰা হয়। অন্তত বাবাই আশীৰ্ব্বাদ দিয়ে। ]

## কেৰলৰ বিশেষত্ব

আজি আমাৰ কেৰল ভ্ৰমণৰ শেষ দিন। এতিয়া ইয়াত আপোনা-লোকৰ উপস্থিতিয়ে এটা গম্ভীৰ প্ৰসঙ্গৰ সূত্ৰপাত কৰিছে। শান্তি-সেনা স্থাপনা কেৰলৰ বিশেষত্ব বুলি ধৰি লোৱা হব। গ্ৰাম-দান তামিল-নাদতো হৈছিল আৰু উৰিষ্যাতো হৈছিল। সেইদৰেই আন আন প্ৰদেশতো হৈছে। প্ৰথমে ইয়াত গ্ৰাম-দান হব বুলি কেৰলৰ কৰ্ম্মী সকলে সিমান বিশ্বাস কৰিব পৰা নাছিল। কিন্তু ইয়ালৈ আহি যি দেখিলো ইয়াৰ বাইজৰ উদাৰতা আন আন প্ৰদেশতকৈ কোনো গুণেই কম নহয়। ইয়াতো শ শ গ্ৰাম-দান হৈছে। অৱশ্যে গ্ৰাম-দানৰ গাওঁবোৰ সৰু। আৰম্ভণিতে এনেকুৱা হয়েই। ইয়াৰ পিচত ডাঙৰ গাৱঁা ইয়ালৈ আহিব। গ্ৰাম-দান কেৰলৰ বিশেষত্ব নহয়। কাৰণ এনেকুৱা গ্ৰাম-দান আন প্ৰদেশতো হৈছে। কিন্তু ইয়াত গ্ৰাম-দানৰ পিচৰ খোজ পেলোৱা হৈছে—সিয়েই হৈছে শান্তি-সেনা স্থাপনা।

## প্ৰতিজ্ঞাৰ অৰ্থ

এই শান্তি-সেনাই কি কৰিব এই বিষয়ে আপোনালোকক আগতে কৈ আহিছোঁ। আজি ইয়াত আঠজন লোকে প্ৰতিজ্ঞা লৈছে। শান্তি-

সেনাই প্ৰতিজ্ঞা লোৱা মানে কি ? তাৰ মানে হৈছে এইটোৱেই, যে তেওঁলোকে নিজৰ জীৱন আৰু প্ৰাণ জন-সেৱাৰ কাৰণে উছৰ্গা কৰিছে। তেওঁলোকে নিজৰ সেৱাত কোনো প্ৰকাৰৰ ভেদ-ভাব নেৰাখিব। অহিংস আৰু সত্যৰ বাটেদি বাট বুলিবলৈ সদায় চেষ্টা কৰিয়েই থাকিব আৰু আনবোৰ মানুহকো সেই বাটেদি লৈ যাব।

## পৰমেশ্বৰৰ আশীৰ্ব্বাদ

আজি আমাৰ কেৱল যাত্ৰাৰ শেষ দিন। এটা মঙ্গল প্ৰসঙ্গ ইয়াত হৈছে। আজি যি সকলে প্ৰতিজ্ঞা লৈছে তেওঁলোকে পৰমেশ্বৰক স্মৰণ কৰিহে লৈছে। এই কাৰণে ঈশ্বৰৰ আশীৰ্ব্বাদ বৰষুণৰ ৰূপত পাই থকা হৈছে। ই সচাঁকৈ এটা অদ্ভুত ঘটনা। প্ৰতিজ্ঞা লোৱাৰ আগতে বৰষুণৰ কোনো সম্ভাৱনাই নাছিল। প্ৰতিজ্ঞাও লোৱা শেষ হৈছে, ইফালে বৰষুণো আৰম্ভ হৈছে। তাৰ মানে পৰমেশ্বৰ ইয়াৰ লগত জড়িত আছে।

## গুটি সিচাঁ হৈছে

এই গোটেই খিনিয়েই বৰ পৱিত্ৰ কাম হৈছে। এতিয়া কেৱল প্ৰদেশক আমি বিশ্বাসেৰে সৈতে এৰিব পৰা হৈছোঁ। সন্তোষৰ কথা যে ইয়াৰ বৃদ্ধ আৰু ডেকাসকলৰ লগত আমাৰ গভীৰ সম্বন্ধ স্থাপিত হ'ল। চাৰি মাহ ধৰি সকলো মানুহে কায়মনো বাক্যে কাম কৰিলে। আমি আজি যি ঠাই এৰিম সেই ঠাইৰ পৰাই আৰম্ভ কৰি কাম চলাই থাকিবলৈ তেওঁলোকে প্ৰতিজ্ঞা কৰিছে। পৰস্পৰৰ ভিতৰত প্ৰেম ভাব ৰাখি তেওঁলোকে আপোনালোকৰ সেৱাৰ কাৰণে যাব। আজি যদিও আঠ জনেহে আৰম্ভ কৰিছে, আগলৈ শ শ লোক ওলাব।

এইয়া মাত্র গুটি সিচঁা হে হৈছে। ইয়াৰ পৰাই সুবৃহৎ বৃক্ষ গজি উঠিব। আনন্দৰ কথা যে ইয়াত আজি কানাড়ী ভাইসকলো উপস্থিত আছে। ইয়াত যিটো দিব্য পোহৰ বিৰিঙি উঠিছে, সি জানো সেইদৰেই থাকিব? সি আগবঢ়া উচিত।

## গধুৰ দায়িত্ব

এই কেৰলতে গোটেই ভাৰত তথা জগতেই চাই থাকিব। কাৰণ ইয়াত শান্তি-সেনাৰ আৰম্ভণি হৈ গৈছে। এই কাৰণে ইয়াৰ কৰ্ম্মীসকলৰ ওপৰত ভগবানেও গধুৰ দায়িত্ব অৰ্পণ কৰিছে। তাক এওঁলোকে বিশ্বা-সেৰে সৈতে গ্ৰহণ কৰিছে। আমি আজি ইয়াত বহুতো মানুহে প্ৰতিজ্ঞা লোৱাটো নিবিচাৰো। আমি অকল দেখুৱাব খোজা নাই, বৰং ভেটি হে সুদৃঢ় কৰিব খুজিছোঁ। এই ভেটি আজ আঠজন মানুহৰ দ্বাৰাই স্থাপন কৰা হৈছে। ভৱিষ্যতলৈ দিনক দিনে কাম বাঢ়ি গৈ থাকিব। প্ৰথমে শ-শ মানুহ লোক-সেৱক হব, তাৰ পাচত তাৰ পৰাই শান্তি-সেনা হব।

## গান্ধীজীৰ আত্মাই কাম কৰিয়েই আছে

মহাত্মাগান্ধীৰ ইচ্ছা আছিল যে ভাৰতত শান্তি-সেনা প্ৰতিষ্ঠা হব লাগে। তাৰ কাৰণে তেখেতে চেষ্টাও যথেষ্ট কৰিছিল। কিন্তু সেই সময়ত আমি তেখেতৰ সহকৰ্ম্মীসকল দুৰ্ব্বল আছিলো। তেখেতৰ পিচত আমি কি কৰিব ধৰিছোঁ? মহাপুৰুষে নশ্বৰ দেহৰ পৰা হে মুক্ত হৈছে, আত্মাই এতিয়াও কাম কৰিয়েই আছে। দেহৰ ভিতৰত থাকি আত্মাই যিমান কাম কৰিব পাৰে, মুক্ত আত্মাই তাতকৈ বেছি পাৰে। এই কাৰণে গান্ধীজীয়ে সশৰীৰে থকা অৱস্থাত যিমান কাম কৰিছিল, এতিয়া তাতকৈ বেছি কাম হৈছে। এইটোকে নেচায় কিয়? এইজন কেলপ্পনজী কোন? গান্ধীজীৰ প্ৰেৰণা পাই তেখেতবেই কাম

কৰিবলৈ আহিছে। হৰিজনসকলক মন্দিৰত প্ৰৱেশ কৰিবলৈ দিয়াৰ সম্পৰ্কত তেওঁ অনশন কৰিছিল। সেই সময়ত গান্ধীজীয়ে তেওঁক নিজৰ সঙ্গী কৰি লৈছিল। এতিয়া গান্ধীজী যোৱাৰ পাচত কি হৈছে? গান্ধীজীৰ শান্তি-সেনা স্থাপিত কৰাৰ ইচ্ছাপূৰ্ণ কৰিবলৈ কেলপ্পনজী আগ বাঢ়ি আহিছে। এই কাম কোনে কৰাইছে বাৰু? গান্ধীজীৰ আত্মাই কৰোৱা নাই নে? মহাপুৰুষসকলৰ আত্মাই এইদৰেই কাম কৰে। সশৰীৰে থকা অৱস্থাত তেখেতসকলে যি কাম কৰে সেই কাম মানুহে দেখে কিন্তু অশৰীৰে কৰা কাম মানুহে নেদেখে। যেনেকৈ আমি আগতে কৈ আহিছোঁ যে পৰমেশ্বৰৰ আশীৰ্ব্বাদ আমি বৰষুণৰ ৰূপত পাইছোঁ, সেইদৰেই আজি ইয়াত গান্ধীজীৰ উপস্থিতিও উপলব্ধি কৰিছোঁ।

## প্ৰাৰ্থনা

তামিলনাদত গ্ৰাম-দান হ'ল। সেইদৰেই উৰিষ্যাতো বহুত গ্ৰাম-দান হৈছিল। কিন্তু তামিলনাদত গ্ৰাম-ৰাজ্যৰ সুদৃঢ় ভেটি গঢ়ি উঠিছে। সেই বলকে লৈ আমি কেৰললৈ আহিলোঁ। ইয়াত আমাৰ শক্তি আৰু বাঢ়িল। ইয়াত শান্তি-সেনা গঠন হৈছে এতিয়া আমি কৰ্ণাটকলৈ যাওঁ। এতিয়া আমাৰ শক্তি আৰু বাঢ়িছে বুলি অনুমান কৰিছোঁ। এই অনুক্ৰমে দিনক দিনে আমাৰ শক্তি বাঢ়িহে যাব ধৰিছে। এইদৰেই যেন সকলোৰে শক্তি বাঢ়ে এয়েই পৰমেশ্বৰৰ ওচৰত আমাৰ প্ৰাৰ্থনা। এনেকুৱা গম্ভীৰ পৰিবেশত আমি আৰু বেছি কব নোখোজোঁ। যি সকলে একাদিক্ৰমে চাৰি মাহ কাল আমাৰ লগত কাম কৰিলে, তেওঁলোকৰ যেন পৰমেশ্বৰে সৎ বুদ্ধি বঢ়াব আৰু তেওঁৰ ফালৰ পৰা আশীৰ্ব্বাদ দিয়ে এয়ে আমাৰ শেষ অনুৰোধ।

মঞ্জেৰম কণ্ণনূৰ )

২৩-৮-'৫৭

## লেখ জোখ

মোৰ মনত কেইটামান কথা খেলাইছে, তাকে আজি এই সম্মিলনৰ আগত দাঙি ধৰিব খুজিছোঁ। ভূদান আন্দোলনৰ বিকাশ কেনেকৈ হ'ল তাক আপোনালোক সকলোৱেই জানে।

## স্থূল কালাতীত চিন্তা

বহু বাৰ ৰোগ-শয্যা মোৰ কাৰণে কহবাৰ ৰবদানৰ নিচিনা হৈছে। একাগ্ৰতাৰ কাৰণে মই কোনো বিশেষ চেষ্টা কৰিব লগা হোৱা নাই, বৰং চাৰিওফালে মন কৰিবলৈহে কিছু চেষ্টা কৰিব লগা হয়। তথাপি কেতিয়াবা কেতিয়াবা টানেই হৈ পৰে। সিয়ো যে এটা শক্তি আৰু কৰ্মযোগত তাৰ প্ৰয়োজনীয়তা যথেষ্ট আছে, এই ভাবিয়েই মই অনেকাগ্ৰতা লাভ কৰিবলৈ চেষ্টা কৰিছোঁ। একাগ্ৰতা সহজতে পাব পাৰি, কিন্তু ৰোগ-শয্যাত পৰি থকা অৱস্থাত যি একাগ্ৰতা হয়—মই চাৰিও-ফালতো দেখিলো, তাৰ আগতো দেখিলো আৰু এইবোৰো দেখিলো যে সি প্ৰায় সমাধি তুল্য হৈ পৰে। তেতিয়া মোৰ মনলৈ নতুন নতুন ভাববোৰ আহিবলৈ ধৰে।

ইয়াৰ পিচত আমি কি কৰিম এই সম্পৰ্কেও মোৰ মনলৈ এটা কল্পনা আহিছে। '৫৭ চনৰ পিচৰ কল্পনা, '৫৭ চনৰ আগতে মনলৈ অহাটো সম্ভৱ নহয় বুলি আমি ভাবিছিলো আৰু আচলতে সম্ভৱ নহয়ো। কাৰণ আজিলৈকে হোৱা কামৰ হিচাপ-কিতাপ নোহোৱাকৈ তাৰ পিচৰ কল্পনা মনলৈ সাধাৰণতে নাহে। এটা শিখৰলৈ উঠিলে তাৰ পাচৰটো চকুত নপৰে। কিন্তু ৰোগ-শয্যাত থাকোঁতে সেয়েই হ'ল। '৫৭ চন

আমি অতিক্ৰম কৰিলোঁ। কোনো কোনো লোকে সোধাত আমি কলো যে কাল আৰু স্থলত কাম নকৰোঁ। আমাৰ কাম কালাতীত আৰু স্থলাতীত। আমাৰ মনত খেলালে যে গ্ৰাম-ৰাজ্য হ'লেই বুলিব লাগে।

## প্ৰতিভা দৰ্শন

কি হ'লেই বুলিব লাগে? তাৰ কাৰণে আল্লা চাহেবে কিমান কষ্টৰ সন্মুখীন হব লগা হৈছে তাক একমাত্ৰ আল্লা চাহেবেহে জানে। বহুতো চেষ্টা কৰাৰ ফলত হে তাক দেখিবলৈ পোৱা যাব। কিন্তু আমাৰ মনত আমি ধৰি লৈছোঁ যে এইটো কাম পুৰা হৈছে। ময়ো ভাবিছোঁ গ্ৰাম-ৰাজ্যৰ কাম শেষ হৈছে এতিয়া গ্ৰাম-ৰাজ্য ৰক্ষাৰ হে চিন্তা কৰিব লাগে। এই খিনিতে হনুমানলৈ আমাৰ মনত পৰিছে। ৰামৰ কাম শেষ হৈছে। এতিয়া ৰক্ষাৰ কাৰণে হনুমানক লাগে। সি গ্ৰাম-ৰাজ্য গঢ়ি উঠিছে তাক ৰক্ষা কৰিবৰ কাৰণে শান্তি-সেনাৰ প্ৰয়োজন হৈছে। এতিয়া শান্তি-সেনা গঠনত লাগিব লাগে। এই কথাখিনি ৰোগ-শয্যাত থাকোঁতেই মোৰ মনত খেলাইছিল।

## অতি কম হিচাপ

তাৰ পিচত কোৰাকোভত আহি তাৰ বিষয়ে ক'লো। তাৰ কাৰণে কি কৰিব লাগিব তাৰ এটা ছবি মনলৈ আহিল। গণিতৰ হিচাপ আমাৰ আগত সদায় থাকেই। এনেকুৱা এটা হিচাপ কৰি চোৱা হৈছে যে প্ৰতি পাঁচ হেজাৰ মানুহৰ সেৱা কৰিবলৈ এজন শান্তি-সৈনিকৰ আৱশ্যক। সেই হিচাপ মতে ৩৫ কোটিৰ সেৱা কৰিবলৈ ৭০ হেজাৰ সৈনিক আমি দেশত গঢ়ি তুলিব লাগিব। এইটো হৈছে আমাৰ মনৰ হিচাপ। '৫৭ চনৰ পিচৰ কাৰ্য্যক্ৰম। এইটো সংখ্যা

বেছি হোৱা নাই। বৰং এইটো আমি অতি কম হিচাপেহে ধৰিছোঁ।

## শান্তি-সেনা পক্ষাতীত হব

সত্যাগ্ৰহী লোকসেৱকৰ যি পঞ্চবিধ নিষ্ঠা আছে সি শান্তি-সেনাৰ যোগ্যতাতো থাকিব লাগে। তাৰ অবিহনে কাম নচলিব। তাতকৈ অলপ বেছি হে হব লাগে। কম হলে নহয়। সত্যাগ্ৰহী লোকসেৱক লাখ লাখ পৰিমাণত হব লাগে। ইয়াত ৭০ হেজাৰৰ কথা কোৱা হৈছে তাক এই সত্যাগ্ৰহী লোকসেৱক সকলৰ মাজৰ পৰাই বাচি লোৱা হব। মই কোনো তৰ্কলৈ যাব নোখোজোঁ। মুঠতে লোক-সেৱক সকল কোনো ৰাজনৈতিক দলৰ সদস্য হব নেলাগে এই বিষয়ে আগতে যথেষ্ট আলোচনা হৈ গৈছে। নিষ্কামতাৰ চৰ্ত্তটো মানুহে মানি লবলৈ অস্বস্তি বোধ কৰা নাই। অথচ ই ইমান টান যে তাৰ কাৰণে দিনে-ৰাতিয়ে গীতাৰ ধ্বনি শুনি থাকিব লাগিব, তেতিয়া যদি হয়। কিন্তু তাৰ কাৰণে মানুহে বেছি চিন্তা কৰা নাই। পক্ষাতীত বা নিৰ্দ্দলীয় বোলা কথাটো উচিত নে অনুচিত—এইটোহে তেওঁলোকৰ বাই চিন্তা হৈছে। আজি-কালি আমাৰ মনত ৰাজনীতিৰ বোজা বহুত বেছি হৈছে ইংৰাজৰ বোজটো যেনিবা গৈছে, কিন্তু তেওঁলোকে আমাৰ মূৰৰ ওপৰত যিটো ৰাজনীতি বোজা দি গৈছে সি এতিয়াও আগৰ দৰেই আছে। চমুকৈ মই ইমানকে কওঁ যে যি বিলাক অস্ত্ৰ-ধাৰী সৈন্য আছে, তেওঁলোকো দলৰ কৱলৰ পৰা আঁতৰি থাকিব লাগে। যদি সৈন্যৰ ভিতৰতো দলাদলি সৃষ্টি হবলৈ পায়, তেন্তে বৰ্ত্তমান ভাৰতত যি দহলাখ সৈন্য আছে—তাৰে কিছুমান হব পি, এছ, পিৰ কিছুমান হব কংগ্ৰেছৰ আৰু কিছুমান হব কমিউনিষ্টৰ সমৰ্থক। এনেকুৱা হবলৈ হ'লে আপোনালোকৰ সৈন্যই কাম নকৰা

হব। সামৰিক পৰিভাষা মতেও এইটো সকলোৱেই মানি লৈছে যে চিপাহী সকলোৰে সেৱক হব লাগে। এই কাৰণে সত্যাগ্ৰহী লোক সেৱকৰ প্ৰতিজ্ঞাত সকলো ৰাজনৈতিক দলৰ পৰা মুক্ত হোৱাৰ যিটো কথা আছে, সি শান্তি-সেনাৰ কাৰণে অতি আৱশ্যকীয়।

## তিনি গুণীয়া ৰচী

মই সংক্ষেপতে হে ক'ম, বেছি বাহুল্যলৈ নেযাওঁ। কাৰণ তাৰ পৰা সময়ৰ অপব্যয় আৰু বুদ্ধিৰ অপমান হে আছে। সি সকলোৱেই ভাবিব পৰা কথা। অলপ চিন্তা কৰি চাওকচোন, হিংসা কেনেকৈ সৃষ্টি হবলৈ পালে। অলপতে ৰামনাডপুৰমত হিংসা কাৰ্য্য চলিছে। নিৰ্ব্বাচনৰ সময়তে সেই জিলাত আমাৰ পদ-যাত্ৰা চলিছিল। তেতিয়াই আমি বুজি-ছিলো যে সি সম্পূৰ্ণ জ্বালামুখী। হৰিজনৰ বিৰুদ্ধে পৰিজন, ই আছিল জাতিভেদৰ কাজিয়া। হৰিজনসকলৰ ভিতৰতে বেছি ভাগেই খৃষ্টিয়ান আৰু পৰিজনসকল আছিল হিন্দু। এই কাৰণে হিন্দুৰ বিৰুদ্ধে খৃষ্টিয়ান, ইয়ো এটা তাৰ ভিতৰুৱা কাৰণ আছিল। তাতে আকৌ নিৰ্ব্বাচনত এটা পাৰ্টিয়ে তুলিলে এটা দলৰ মানুহক, আনটো পাৰ্টিয়ে আনটো দলৰ মানুহক। ইয়াৰ পৰা আছিল পাৰ্টিভেদ। এই অনুক্ৰমেই ধৰ্ম্মভেদ, জাতিভেদ, পাৰ্টিভেদ, আদি তিনি গুণীয়া ৰচী বট খাই পৰিল। তিনি-গুণীয়া (ত্ৰিগুণাত্মক) ৰচী যে ছিঙিবলৈ আটাইতকৈ বেছি টান এই কথাটো অকল বিজ্ঞানেই কৈ এৰা নাই সাংখ্য শাস্ত্ৰয়ো কৈছে। তেনে বিলাক ঠাইলৈ যদি কোনো পাৰ্টিৰ মানুহ শান্তি-সেনা হৈ যায় তেন্তে তেওঁৰ দ্বাৰাই কাম হৈ নুঠিব। কিয়নো পাৰ্টিভেদো অশান্তিৰ অন্যতম্ কাৰণ। যেনেকৈ আমাৰ শান্তি-সেনাসকল জাতিভেদ নমনা আৰু সকলো ধৰ্ম্মকে সমান শ্ৰদ্ধা কৰা হব লাগে, সেইদৰেই পক্ষাতীত অৰ্থাৎ

নিৰ্দ্দলীয়ও হ'ব লাগে—এই কথাটো সদায় মনত ৰাখিব লাগে। যদি এই কথাটো মনলৈ নাহে, তেন্তে বুজিব লাগিব যে তেওঁৰ চকুত চামনি পৰিছে।

গ্ৰামদান পৰিষদ যে গঠন হ'ল, সিয়ো এই কাৰণেই হ'বলৈ পালে আৰু গঠন হোৱাৰ পিচত সি আমাৰ নেতাসকলৰ মন আৰু মগজত যথেষ্ট প্ৰভাব বিস্তাৰ কৰিব পাৰিলে, যিহৰ বলত তেওঁলোকে মন্তব্য প্ৰকাশ কৰিবলৈ বাধ্য হ'ল যে এই কাম পাৰ্টিৰ কামতকৈ বহু গুণে ওপৰত। তাৰ ভূমিকাত নৈতিক আৰু তাৰ লগে লগে আৰ্থিক দৃষ্টিকোণো আছে। গতিকে সেই পঞ্চ বিধ নিষ্ঠা প্ৰত্যেক শান্তি-সেনাৰে থাকিবই লাগে।

## অনুশাসন বিহীন হলে নচলিব

ইয়াৰ উপৰিও আৰু এটা ষষ্ঠ নিষ্ঠা ৰখা হৈছে, সি অৱশ্যে অদ্ভুত বস্তু। বিনোবাৰ মতে শান্তি-সেনাই 'কমাণ্ডাৰৰ' 'কমাণ্ড' বিনা বাক্য ব্যয়ে মানিব লাগে। এতিয়ালৈকে শাসনমুক্ত সমাজ, বিচাৰ-স্বাতন্ত্ৰ্য, আদিৰ বিষয়ে আমি যি আলোচনা কৰি আহিলো সি ইয়াতকৈ সম্পূৰ্ণ পৃথকেই নহয়, বৰং বিপৰীত যেনো লাগে। সেই অনুসৰি আমি কামো কৰিছোঁ। শান্তি-সেনা, আৰু কিছুমান কথাত আন সকলোবোৰ সেনাতকৈ সম্পূৰ্ণ বিপৰীত; কিন্তু 'ডি'চপ্লীন'ৰ ক্ষেত্ৰত, এওঁলোক আনবিলাকতকৈ কোনো গুণেই হীন নহব। বৰং বেছি হে হব। কাৰণ আমাৰ ইয়াত আনৰ প্ৰাণ হত্যা কৰিব নেলাগে। অস্ত্ৰ-শস্ত্ৰই সুসজ্জিত হৈ থাকিলেও আমাৰ সেনাই আনক মাৰিব নোৱাৰে বৰং নিজেই হে মৰিব লাগিব। এই কাৰণেই ইয়াত বীৰত্ব আছে আৰু গৌৰৱো আছে। যুদ্ধত প্ৰাণ হেৰুৱাৰ সুবিধা আছে কাৰণেই সশস্ত্ৰ সৈনিকৰ প্ৰাচীন কালৰে পৰা আজিলৈকে গৌৰৱ আজল্যমান হৈ আছে। কিন্তু তাৰ লগে লগে আনৰ প্ৰাণ হত্যা কৰাৰ কথাও জড়িত আছে বাবেই তাৰ কাৰণে সুবিধা, প্ৰস্তুতিকৰণ, পৰিকল্পনা

আদি সকলো আছে। আমি নিজৰ প্ৰাণ উছৰ্গা কৰি হ'লেও আনক বচাব লাগিব। অকল এয়েই নহয়, কোনোবাই যদি তৰোৱালেৰে আমাৰ ডিঙিত আঘাত কৰে, তেন্তে সেই আঘাতৰ পৰা ডিঙিক বচোৱাৰ বিষয়ে চিন্তা কৰিবই নেলাগিব। বৰং যি আঘাত কৰে তেওঁৰ হাতে যাতে কষ্ট নেপায়, এই বিষয়েহে চিন্তা কৰিব লাগিব। ইমান খিনিলৈকে আমি আশা কৰিছোঁ যেতিয়া বিনা শৃঙ্খলাৰে ( *Discipline* ) নচলিব। সেৱক সকলৰ কমাণ্ডাৰৰ কমাণ্ড মনৰ অভ্যাস হব লাগে। কমাণ্ড হোৱাৰ লগে লগে আমি বৈ যাব লাগে; অৰ্থাৎ "ৰুক যাও" এই অৱস্থা আহি গ'ল। "ৰুক যাও'' এই শব্দটো কাণেৰে শুনা মাত্ৰে বৈ যাব লাগে, ভাবিবৰ সকাম নাই। এনেকুৱা অভ্যাস হ'লেহে আমাৰ চলিব।

## কেৰলৰ ঘটনা

এইখিনি কাম আমি কেৰলত কৰিলোঁ। কেৰলত ই এটা অদ্ভূত দৃশ্য হৈ পৰিল। যি সকলে দেখিছে তেওঁলোকে ক'বলৈ ধৰিলে যে এনেকুৱা দৃশ্য আমি আজি প্ৰায় ২৫।৩০ বছৰৰ পিচত হে দেখিছোঁ। কিন্তু আমি তেওঁলোকক বন্ধ কৰিলোঁ। আমি কলো যে আজি প্ৰথম দিন গতিকে বেছি মানুহ নেলাগে। আমি চিনি পোৱা আৰু আমাৰ সম্পৰ্কত থকা যি কেইজন ওলাইছে আৰম্ভণিৰ কাৰণে এয়েই যথেষ্ট।

## গান্ধীজীৰ শব্দ

কেৰলত এইদৰেই ইয়াৰ স্থাপনা হল। এতিয়া যিসকল শান্তি-সেনা হব, তেওঁলোক চিৰদিনৰ কাৰণে সেৱা-সেনা হৈ থাকিব। শান্তি-সেনা শব্দটো পুৰণা। গান্ধীজীয়ে উলিওৱা শব্দ। তেখেতে আমাক

যি কেইটা শব্দ দিছিল তাৰে ভিতৰতে ইয়ো এটা। যি সময় আৰু পৰিস্থিতিত এই শব্দটো ওলাইছিল, তেতিয়া ইয়াৰ অৰ্থ সিমান গভীৰ নাছিল। তেখেতেও উপলব্ধি কৰিছিল যে শান্তি-সেনা সদায় সেৱা-সেনা হৈয়েই থাকিব লাগে। কিন্তু য'ত য'ত অশান্তি হৈছিল তালৈ গৈ নিজৰ জীৱন সমৰ্পণ কৰিব লগা কথাটো সেই সময়ত ওলোৱা নাছিল।

## মাতৃৱৎ বাৎৱল্য

কিন্তু শান্তি-সেনা এই দৰে নহয়। যি মাতৃৱৎ সকলোৰে সেৱক হব তেওঁহে শান্তি-সেনা হব পাৰিব। মাতৃৱৎ শব্দটো মই বহুত ভাবি চিন্তি হে ব্যৱহাৰ কৰিছোঁ। ককায়েকে ভায়েকক বচায়, বন্ধুৱে বন্ধুক বচায়, আৰু সেৱকে গৰাকীক বচায়—এনেকুৱা উদাহৰণ বহুতো দিব পাৰি। কিন্তু মাকে নিজৰ সন্তানক যিমান ডাঙৰ বিপদৰ পৰা বচায় সি অতি অদ্ভুত। ইয়াৰ উদাহৰণ অকল মানুহতেই যে আছে এনে নহয়, ইতৰ প্ৰাণীতো আছে। কোনো চিকাৰীয়ে যদি বাঘৰ পোৱালি ধৰি আনে, চিকাৰীৰ হাতত বন্দুক থকা আৰু গুলীৰ আগত মৰিব লাগিব বুলি জনা সত্বেও বাঘিণীজনীয়ে কেনেকৈ খেদা মাৰি মাৰি আহে! যেতিয়া গুলীৰ আগত মৰিব তেতিয়াহে তাইৰ পোৱালি বচাবলৈ কৰা চেষ্টা অন্ত পৰে। এই কাৰণেই মই কৈছোঁ যে মাকে যেনেকৈ নিজৰ পোৱালি ৰক্ষা কৰে, আমিও তেনেকুৱাই হব লাগিব। সেই সময়ত মাকৰ বিপক্ষ জনলৈ ভয় নেথাকে। আমাৰ সেৱকসকলৰ ভিতৰৰ পৰা যি সকল শান্তি-সেনা হব, তেওঁলোকৰ স্বাভাবিক প্ৰবৃত্তি এনেকুৱা হব লাগে যে আমাৰ সমাজত যদি ক'ৰবাত কিবা বিপদ হয় তেন্তে নিজে মৰিম বুলি কালৈকো ভয়-সংশয় নকৰি মাকে সন্তানক ৰক্ষা কৰিবলৈ খেদা মাৰি যোৱাৰ দৰে শান্তি-সেনাও যাব লাগিব। মাকৰ নিচিনাকৈ কাম কৰিলেহে মাকৰ উদাহৰণ শান্তি-সেনাৰ গাত খাটিব, নহ'লে নেখাটে।

এই কাৰণে শান্তি-সেনা প্ৰধানকৈ সেৱা-সেনা হব। অৰ্থাৎ শান্তি-সেনাই সেৱা-সেনাৰ নিচিনাকৈ কাম কৰি থাকিব। যদি নিৰন্তৰ বাৎসল্য ভাৱেৰে সেৱা কৰি থাকে তেন্তে আমাৰ আৰু বাইজৰ মাজত স্নেহ বৃদ্ধি পাব আৰু তেনে সময়ত যদি কিবা কঠিন প্ৰসঙ্গ আহি উপস্থিত হয়, তেতিয়া মানুহে প্ৰাণলৈ মমতা নেৰাখিব। স্বাভাৱিকতেই তালৈ ত্যাগ আহি পৰে। সেই সময়ত তেওঁ তাক ত্যাগ বুলি নেভাবে। তেওঁ তাক প্ৰেমৰ কাম বুলিহে ভাবে। এই কাৰণে শান্তি-সেনা চিৰ দিনৰ কাৰণে সেৱা-সেনা হৈ থাকিব লাগিব।

## সেনাৰ আধাৰ

এতিয়া এই সেনাসকল কিহৰ আলমত থিয় হব; ভৌতিক আধাৰত নে, আধ্যাত্মিক আধাৰত? এই বিষয়ে চিন্তা কৰি মই যিটো পাইছোঁ তাক আপোনালোকৰ আগত কওঁ।

আমাৰ চৰকাৰে ফৌজ গঠন কৰিছে। সেই ফৌজৰ আধ্যাত্মিক আধাৰ কি আৰু ভৌতিক আধাৰ কি? চৰকাৰী সৈন্যবোৰ প্ৰত্যেক চৰকাৰেই গঠন কৰিছে। তাৰ আধ্যাত্মিক আধাৰ হৈছে মানুহৰ পৰা পোৱা ভোট। নহ'লে সেই সেনা আৰু ডকাইতৰ ভিতৰত কোনো পাৰ্থক্য নাই। কিন্তু ভোটৰ আধাৰ অতি ক্ষীণ। বহু মতৰ ভোট নাৰতহে কৰলৈ হৈছে। কিছুমান মানুহে হয়তো শতকৰা ৬০ জনেই ভোট দিছে। তাৰে শতকৰা ৩০ ভাগ হে এইটো পাৰ্টিয়ে পাইছে। শতকৰা ৩০ ভাগ ভোট বিভিন্ন দলবোৰত বিভক্ত হৈছে। শতকৰা ৩০টা ভোট পোৱা পাৰ্টিটোৱেই ৰাজ্য চলাইছে। কোনো গণতান্ত্ৰিক দেশতেই শতকৰা ৩০ জনৰ দ্বাৰাই নিৰ্ব্বাচিত হোৱা মানুহে, শতকৰা ৭০ জনৰ সেৱা নকৰে; বৰং তেওঁলোকৰ ওপৰত ক্ষমতাহে

চলায়। কিন্তু তেওঁলোকক বাইজে ভোট দি নিৰ্ব্বাচিত কৰিছে বুলি ধৰি লোৱা যায়। এই কাৰণে তেওঁলোকক ৰাষ্ট্ৰ-ৰক্ষক-সেনা বুলি মনা হয়। এই আধ্যাত্মিকতাৰ ভিত্তিতেই তেওঁলোক তিষ্ঠি আছে।

## কৰুণাৰ আধাৰ

আমাকো এটা আধাৰ লাগে। আমি কৰুণাৰ দ্বাৰাই প্ৰেৰণা পাইছোঁ আৰু সেৱা কৰিব খুজিছো—ইয়াত কৈ বেছি আমাক আধ্যাত্মিক আধাৰ একো নেলাগে। আমি অ'ত খদ্দৰৰ কাম, ত'ত গ্ৰামোদ্যোগৰ কাম, আৰু ক'ৰবাত অনান্য গঠনমূলক কাম আৰম্ভ কৰি দিছোঁ, কিন্তু জন-সাধাৰণৰ সম্মতি লোৱা নাই। আমাৰ মনত সেৱাৰ ভাব আছে আৰু যাৰ অন্তৰত এনেকুৱা কৰুণাৰ উদয় হৈছে, তেওঁলোকে সৰ্ব্বসাধাৰণ বাইজৰ মাজত গৈ সেৱা কৰিবৰ অধিকাৰো আছে। মানুহে তেওঁৰ কথা মানকেই বা নামানকেই এইলৈ তেওঁৰ কোনো আপত্তিও নেথাকে। মানে যদি তো ভালেই, কাৰণ তেওঁলোকৰ মানিবৰ অধিকাৰ আছে, আমি বহুতো বাৰ গাঁৱলৈ গৈছিলো আৰু গোটেই গাঁৱকে সম্পূৰ্ণ খাদী ধাৰী কৰিবৰ মনেৰে বহুতো বাৰ গাওঁ বাচি লৈ বছৰকে বছৰ ধৰি অহোপুৰুষাৰ্থ কৰিছিলো। ইমান কৰা সত্ত্বেও ক'ৰবাত শতকৰা ২৫ জন ক'ৰবাত ৩০ জন আৰু কৰবাত ৩৫ জনহে সম্পূৰ্ণ খাদী ধাৰী হৈছিল। ইমানতে কাম শেষ। তেতিয়া ভাবিছিলো বৰ ভাল কাম হৈছে। বাকী যি সকল খাদী ধাৰী ন'হল, আমাৰ কথা নেমানিলে তেওঁলোকৰ নেমানিবৰ অধিকাৰ আছিল। যি সকলে মানিছিল তেওঁলোকে কথাটো ভালদৰে বুজিছে সেই কাৰণে মানিছিল।

## আমাৰ আকাংক্ষা

এইটো ঠিক যে এইদৰে সেৱা কৰিবৰ সকলোৰে অধিকাৰ আছে

কিন্তু শান্তি-সেনা হৈ মই সকলোৰে কাৰণে কাম কৰিব খুজিছোঁ। আপোনালোকৰ বিনা সন্মতিৰে যদি মই কাম কৰো তেন্তে মোৰ ভৰিলৈ শক্তি নাহিব। মই যে একেবাৰেই সৰ্ব্ব সন্মত ভোট বিচাৰিছো এনে নহয়। কিন্তু সৰ্ব্বসাধাৰণ ৰাইজৰ আমি সেৱা কৰিব খুজিছোঁ তেওঁলোকৰেই সন্মতি আমি লোৱা নাই। ৰাইজৰ কাৰণে প্ৰাণ উছৰ্গা কৰাটোৱেই আমাৰ আকাংক্ষা নহয়, বৰং ৰাইজৰ মাজত গৈ শান্তি-স্থাপনা কৰিব পৰাটোৱে আমাৰ আকাংক্ষা। আমি আশা ৰাখিছোঁ; ৰাইজৰ মাজত আমি গৈ উপস্থিত হোৱা মাত্ৰেই যেন আমাক দেখি ৰাইজ মুগ্ধ হৈ পৰে আৰু অশান্তিও দূৰ হয়।

## সন্মতি-দান

এইদৰেই অকল সেৱাৰ অধিকাৰৰ কাৰণে নহয়, বৰং সৰ্ব্বসাধাৰণ ৰাইজৰ মনত নৈতিক প্ৰভাৱৰ দ্বাৰাই প্ৰভাৱান্বিত কৰিবৰ কাৰণে যি অধিকাৰ বিচাৰে তেওঁলোকে ৰাইজৰ তৰফৰ পৰা কোনো সন্মতি পাব লাগে। তাকে মই সন্মতিদান নাম দিছোঁ। কিয়নো দয়াৰ এটা পৰম্পৰা চলি আহিছে। সন্মতি-দান মানে আপোনাৰ সেৱা আমি সৰ্ব্বান্তঃ কৰণেৰে সমৰ্থন জনাইছোঁ, তাত আমিও যি পাৰো সহায় কৰিম। আজি-কালি ৰাজনৈতিক পাৰ্টীবোৰে যি ভোট পায়, সি হৈছে নিষ্ক্ৰিয় ভোট। আপোনাৰ বিচাৰ বা মত আমি সমৰ্থন কৰিছোঁ। আপোনাক আমি সেৱা কৰিবলৈ অধিকাৰ দিছোঁ। ইয়াত কৈ বেছি কৰিবলৈ যে আমি বান্ধত সোমাইছো এনে নহয়। অ' আপোনালোকে টেকা আদি বঢ়াই যদি দিবলৈ বাধ্য আছোঁ। কিন্তু আপোনালোকে দান বিচাৰি আহিলে দিব পৰা নেযাব। 'আমি যি পাৰোঁ সহায় কৰিম' বোলা প্ৰতিজ্ঞাটো আজি-কালিৰ ভোটত নেথাকে।

আপোনাৰ অধিকাৰ আছে দেখি আপুনি প্ৰতিনিধি হৈছে। আপোনা-লোকৰ ৰক্ষাৰ অধিকাৰ দিয়া বিধৰ সম্মতি আমি বিচৰা নাই। তেতিয়া হ'লে আমি এক প্ৰকাৰৰ ক্ষেত্ৰিয়ই হৈ পৰিম। অস্ত্ৰ-পৰিচালনা কৰা ক্ষেত্ৰিয়ৰ কথা কোৱা নাই, ক্ষেত্ৰিয় এই অৰ্থতহে কোৱা হৈছে যে বাকী সকলো মানুহ ৰক্ষিত আৰু আমি হৈছোঁ ৰক্ষক। এই ভূমিকা য'ত থাকিব তাতে এটা বৰ্ণ আহি গৈছে বুলি ধৰিব লাগে।

## সম্মতিৰ ৰূপ

এনেকুৱা ৰক্ষকৰ অধিকাৰ দিয়া ভোট আমি নিবিচাৰোঁ, বৰং আমাৰ কাম যে আপোনালোকৰ মনঃপূত হৈছে, এই কাৰণে আপোনালোকেও যি পাৰে সহায় কৰিব এনেকুৱা প্ৰতিজ্ঞাৰ নিদৰ্শন স্বৰূপেহে আমি সম্মতি-দান বিচাৰিছোঁ। সম্মতি-দানৰ চিন স্বৰূপে পাঁচজনীয়া মানুহ থকা প্ৰতিটো পৰিয়ালৰ পৰা মাহে এনেছাকৈ হাতেকটা সূতা দিবলৈ পৰামৰ্শ আগবঢ়োৱা হৈছিল। তাৰ মূল্য প্ৰায় কুৰি পইচা মান হব। কেৰলৰ বাইজে কলে যে আমি প্ৰতি ঘৰৰ পৰা একোটা নাৰিকলকে দিম। কথাটো শুনি বৰ ভাল লাগিল। কাৰণ সিয়ো এটা শুভ বিচাৰেই। মাঙ্গলিক কামৰ কাৰণে সাধাৰণতে নাৰিকল দিয়েই। আন হাতেদি তাত নাৰিকল হে উৎপন্ন হয়। কোৱাৰ অৰ্থ হৈছে এয়েই যে এনেছা সূতা বা তাৰ সমপৰ্য্যায়ৰ (নিজে উৎপাদন কৰা) কোনো বস্তু যদি আমাক দিয়ে তেন্তে আমি বুজিম যে আমাৰ কামৰ লগত তেওঁলোকৰ আধ্যাত্মিক বলো মিহলি হৈ আছে অৰ্থাৎ ইয়াত তেওঁলোকৰ সম্মতি আছে। তাৰ পিচত আকৌ ভৌতিক আধাৰৰ প্ৰশ্ন উঠে। সৰ্ব্বোদয় বিচাৰধাৰাৰ বিশেষত্বই এই যে সিয়ে ভৌতিক আধাৰে। যেতিয়া আমি পাঁচ হেজাৰ মানুহৰ পৰা পাঁচ হেজাৰ নাৰিকল পাম, তেতিয়া সিয়েই

আমাৰ সেৱকৰ শাৰীৰিক জীৱনৰ আধাৰ হ'ব আৰু তাৰেই যদি পূৰা নহয় তেন্তে সম্পত্তি দানৰ পৰা দিয়া যাব। কিন্তু যিসকলৰ সেৱাত আত্মনিয়োগ কৰা হ'ব, তেওঁলোক সকলোৱে ঘৰৰ পৰা প্ৰতি মাহে সেৱকৰ কাৰণে সন্মতি দান হিচাপে যি বস্তু পোৱা যাব সেয়েই সেৱকৰ মুখ্য আধাৰ হ'ব।

## বিস্তাৰিত হ'ব লাগে

এতিয়া আপোনালোকে ভাবক, সমগ্ৰ ভাৰতত ঠিক এনেকুৱাই কৰিব লাগিব। এই কাৰণেই সৰ্ব্ব-সেৱা সংঘৰ আগত আমি এই কথাটো দাঙি ধৰিছিলো যে আপোনালোক এতিয়া বিস্তাৰিত হৈ পৰিব লাগে আৰু গ্ৰামৰাজ্য হৈ অতাইছে বুলি ধৰি লৈ কামত আগবাঢ়িব লাগে। গ্ৰামদান আৰু গ্ৰাম-নিৰ্ম্মাণৰ কাম বন্ধ নহয়, চলিয়েই থাকিব। এতিয়া গাওঁ ৰক্ষাৰ কাৰণে শান্তি-সেনাৰ প্ৰয়োজন হৈছে। তাৰ মূলাধাৰ হ'ব সম্পত্তি-দান। সেই বুলি সম্পত্তিদানক কৰ্ম্মীৰ কাৰণে পইচা আৰু বস্তু গোটোৱা উপায় বুলি ধৰি লব নেলাগে। আমি য'ত শান্তি-সেনাৰ আঁচনি প্ৰস্তুত কৰিম ত'ত হে এইদৰে চলাম। নহ'লে আমি ঘৰে ঘৰে গৈ খুজিবও পাৰোঁ। খুজিবলৈ গ'লে যথেষ্ট শক্তি খৰচ হয়। আৰু হাতেদি অনাহকত খোজা হয়। সক্ৰিয় ভাবে কাম কৰিবৰ কাৰণে আমি প্ৰতিজ্ঞা লবলৈ কোৱা নাই, মাত্ৰ সহায়হে বিচাৰিছো। আমি এই সন্মতি-দানৰ অৰ্থ এইটোকে কৰিব খুজিছোঁ যে যিজনে সন্মতি-দান দিছে, নাৰিকল আমাক দান দিছে, তেওঁ এই বুলি প্ৰতিজ্ঞা কৰিছে যে আপোনালোকৰ কামত আমাৰ সহযোগ আছে। আপোনালোকে যদি কামকে নকৰে তেন্তে সহযোগ বিচাৰিব কেনেকৈ? এই কাৰণে যি ক্ষেত্ৰত আমি এনেকুৱা কাম কৰিব খুজিছো, সেই ক্ষেত্ৰতহে সন্মতিদানৰ কথা কম আৰু এনেকুৱা ক্ষেত্ৰ তৈয়াৰ কৰি লৈ থাকোঁতে থাকোঁতে গোটেই ভাৰতত বিয়পি পৰিব।

## সুপ্ৰীম কমাণ্ড

মইতো আগতে কৈছোৱেই যে ইয়াত কমাণ্ডাৰৰ কথা মানিব লাগিব। শ্ৰদ্ধেয় সেনাপতি, শ্ৰদ্ধাবান সৈনিক. আৰু বিশেষ বিশেষ ক্ষেত্ৰৰ সেৱা আঁচনি. যত এই তিনিওটাই বিদ্যমান থাকিব তাত সেই ঠাইৰ কাৰণে যদি কোনো কমাণ্ডাৰ পোৱা যায় তেন্তে তেওঁৰ কমাণ্ড মানিব লাগিব। গোটেই ভাৰতৰ শান্তি-সেনাৰ কাৰণে কোনো চুপ্ৰীম কমাণ্ডৰ আৱশ্যক। এইটো পৰমেশ্বৰে কৰিবই। মই যি ভাষাত কব পাৰো, তাতকৈ ভিন্ন ভাষা কবৰ মোৰ শক্তি নাই। তথাপি মই যি লক্ষণ দেখিছোঁ তাৰ পৰা এইটোকে বুজিছো যে অখিল ভাৰতীয় শান্তি-সেনাৰ সেনাপতিত্বৰ দায়িত্ব ভাৰ বিনোবাই বহন কৰিব লাগিব। আৰু তাৰ কাৰণে বিনোবাই মান-সিক প্ৰস্তুতিও কৰিছে। এইখিনি কথা আপোনালোকৰ আগতো দাঙি ধৰা হ'ল। যি সকলে দেশত শান্তি প্ৰতিষ্ঠিত কেনেকৈ হব পাৰে এই বিষয়ে ভাবিছে তেওঁলোকৰ আগতো এইখিনি কথা কোৱা হৈছে। সেই দিশত আমি এতিয়া প্ৰস্তুত হব লাগিব।

## নবীন চিন্তন

এতিয়া তাৰ কাৰণে কি কৰিব লাগিব নতুনকৈ ভাবিব লাগে। মোৰ বোধেৰে আমাৰ যিমানবিলাক গঠনমূলক অনুষ্ঠান আছে, সেই সকলোবোৰ অনুষ্ঠানেই এই কামৰ কাৰণে সমৰ্পিত হৈ যাব লাগে। খাদীৰ কামকে কৰক বা অস্পৃশ্যতা নিবাৰণৰ কামকে কৰক, নাইবা নঈতালিমৰ কামকে কৰক—সকলোৱেই এই কামত সমৰ্পিত হোৱাটো নিতান্ত প্ৰয়োজন হৈ পৰিছে। যি সকল খাদীৰ কৰ্মী শান্তি-সেনা নহব তেওঁলোকক হীন বুলি নেভাবো, তেওঁ এজন সেৱকেই। সেৱা কৰক আমাৰ আপত্তি নাই, কিন্তু যিসকল খাদী-কৰ্মী শান্তি-সেনা হব, তেওঁলোকে হে খাদীক জীয়াই

ৰাখিব, আনবিলাক কৰ্মীয়ে খাদীক জীয়াই ৰাখিব নোৱাৰিব, ৰবং খাদীৰ দ্বাৰাই হে তেওঁলোক জী থকা হব। তেওঁলোকে খাদীক পোহ-পাল দিয়া নহব, খাদীয়েহে তেওঁলোকক পোহ-পাল দিব লগা হব। এনেকুৱা মানুহো আমাক লাগে, পিচে এনেকুৱা মানুহ সমাজত অজস্ৰ, কোটি কোটি পৰিমাণত আছেই। আমিওতো বেছি সেৱক বিচৰা নাই। আমাক লাগে মাত্ৰ ৭০ হেজাৰহে। এই ৭০ হেজাৰকে নো ক'ৰপৰা . পাম এই বিষয়ে যেতিয়া ভাবিবলৈ লওঁ, তেতিয়া আমাৰ চকুত যিখন ঠাই পৰে, য'ৰ পৰা বাচি বাচি আনিবৰ স্থবিধা আছে আৰু য'ৰ পৰা পাবলৈ আশা কৰিবৰ অধিকাৰ আছে, সেই সকলোবোৰেই হৈছে আমাৰ এই গঠনমূলক অনুষ্ঠানবোৰ। কেতিয়াবা কেতিয়াবা আকৌ য'ৰ পৰা আশা কৰা নেযায়, তাৰ পৰাই পূৰা হৈয়ো যায়। গান্ধীজীৰ নামত যিবোৰ অনুষ্ঠান গঢ়ি উঠিছে, সেই সকলোবোৰৰে ওপৰত বাবাৰ অধিকাৰ আছে বুলি বাবাই কব খোজে। তাৰ ভিতৰত কোনো এটা অনুষ্ঠানেও কব নোৱাৰে যে বাবাৰ তাত অধিকাৰ নাই। ভূদানমূলক, এতিয়াতো গ্ৰামদান মূলক গ্ৰামোদ্যোগ প্ৰধান. শান্তিপূৰ্ণ বিপ্লৱৰ কাৰণে এইবোৰ অনুষ্ঠান সমৰ্পিত হব লাগে। আমি ভাবি এইটোকে পাইছোঁ যে শান্তি-সেনাৰ অবিহনে অহিংসাত্মক বিপ্লৱ কৃতকাৰ্য্য হোৱাটো সম্ভৱপৰ নহয়। শান্তি-সেনাও এই বিপ্লৱৰে এটা অঙ্গ। প্ৰত্যেক অনুষ্ঠানৰ মুৰব্বীসকলে ইয়াকে চিন্তা কৰি চাওক আৰু কি কৰে এটা সিদ্ধান্ত কৰক। যি শান্তি-সেনা হব নোৱাৰে, তেওঁলোক নেলাগে হব, নিজৰ কামকে কৰক। কোনেও এইটো নেভাবিব আৰু পৰামৰ্শও নিদিব যে আপুনি শান্তি-সেনা হওক।

## পুৰণি মাৰ্গ

বিশেষকৈ ই হৈছে এনেকুৱা কথা যে 'হৰিনো মাৰ্গছ শূৰানো'—

নিজৰ অন্তৰৰ পৰাই এই ভাবৰ উদয় হব লাগে। এই কাৰণে এই সম্পৰ্কত অতি সতৰ্কতাৰে সৈতে খোজ দিয়াই ভাল। সৈনিকৰ সংখ্যা কম হওক এয়ে ভাল। লাহে লাহে সি আগবাঢ়ি যাবই।

## গ্ৰামদানী গাৱঁৰ বিপদ

ৰামনাথ পুৰম্ আৰু মাদুৰা জিলাত গ্ৰাম-দানৰ বা-বতাহ যথেষ্ট বিয়পি পৰিছে। এতিয়া আপোনালোকে ভাবেনে কি যে তাত গ্ৰাম-দান হব? য'ত মৰা-কটা চলি আছে, তাত গ্ৰাম-দান কেনেকৈ হব? ইয়াৰ মৌলিক বস্তু হৈছে শান্তি, বুনিয়াদী প্ৰেম, পৰস্পৰ প্ৰেম আৰু য'ত প্ৰেমৰ উৎকৰ্ষ সাধন হবৰ যথেষ্ট স্থল আছে, সিয়েই যদি নেথাকে তেন্তে গ্ৰাম-দান হোৱাটোও সম্ভৱপৰ নহয়। এই কাৰণে তাৰ গ্ৰাম-দান আদি মৰুভূমিৰ মৰিচীকা বুলিহে প্ৰমাণিত হব। কেবলত ফুৰোঁতে পঞ্জাবৰ কথাটো আমি চিন্তিত হৈছিলোঁ। আমাৰ দেশৰ কাৰণে ই বৰ দুঃখ-দায়ক ঘটনা। নিচেই সৰু কথা, তাত কোনো সাৰ পদাৰ্থ নাই। এটা লিপি শিকাটোৱেই এইবিলাক চলিছে। সিয়ো আকৌ এনেকুৱা লিপি যাৰ এক-তৃতীয়াংশ আখৰ নাগেৰী, বাকী যি দুই-তৃতীয়াংশ আছে তাৰো আকৌ এক তৃতীয়াংশৰ আকৃতিবোৰ নাগেৰীৰ লগত মিল আছে কেইটামান আখৰহে মাত্ৰ বেলেগ। ভাষাটো প্ৰশ্ন নাই, কাৰণ পঞ্জাবী ভাষা সকলোৱেই জানে। ই একো ডাঙৰ কথা নহয়, কিন্তু তাকে লৈয়েই লাগিছে মৰা-কটা। অলপতে মাদুৰাতো হিংসাত্মক কাৰ্য্য চলিছে। কোনো নগৰেই কাৰোৰে ওপৰত ভৰসা নাইকিয়া হ'ল। নগৰৰ বিবেকী অধিকাৰ গাওঁবোৰৰ ওপৰত বাৰুকৈয়ে চলিবলৈ ধৰিছে। নগৰৰ দূষিত বা-বতাহ বা বেয়া কথাবোৰ গাৱঁত প্ৰচাৰ কৰা আচল যন্ত্ৰ হৈছে 'ইলেকচন'। গ্ৰামদানী গাওঁ 'ইলেকচন'ৰ পৰা কেনেকৈ ৰক্ষা পাব পাৰে,

এই বিষয়ে কোৰাপুটবাসীয়ে চিন্তা কৰিছে। গ্ৰামদান হল। যাৰ যেনে সা-সম্পত্তি আছিল সকলো একে লগে কৰিম বুলি সিদ্ধান্ত কৰিলে। তাতৈ যদি নগৰীয়াসকল ভোট বিচাৰি যায় আৰু তাত জুই লগাই থৈ আহে তেন্তে কি কৰা যাব? এই কাৰণে গাওঁবিলাকে কোনেও কাৰোৰে ওপৰত ভৰসা নকৰা হ'ল। এনেকুৱা অৱস্থাত গ্ৰাম-দান কেনেকৈ লোৱা যাব? এক মুহূৰ্ত্তৰ ভিতৰতে গোটেই গ্ৰামদান বিপদৰ সম্মুখীন হৈ যাব পাৰে।

## বিচাৰ স্বাতন্ত্ৰ্য

এইবিলাক কাৰণেই শান্তি-সেনাৰ অতি প্ৰয়োজন হৈ পৰিছে? তাৰ অবিহনে আমি আগবাঢ়িব নোৱাৰিম। এই নিমিত্তেই আমি সকলোৰেই ভাবিব লগাত পৰিছো। ইয়াৰ কাৰণে অৱশ্যে আঁচনিও কৰিব লাগিব। প্ৰথমতে পঞ্চ বিধ নিষ্ঠাৰ মানুহ আছিল। এতিয়া ষষ্ঠ বিধ নিষ্ঠাৰ মানুহ লগ হৈছে। মই আগতে কৈছোৱেই যে ইয়াত 'কমাণ্ড' মনাৰ কথাটো যোগ হব। মানুহৰ জীৱনৰ অৰ্থাৎ সামাজিক জীৱনৰ নো বাৰু মূলাধাৰ কি? সামাজিক জীৱনৰ মূলাধাৰ—বিচাৰ স্বাতন্ত্ৰ্য আৰু আচাৰ-নিয়মন বুলিয়েই ধৰিব লাগে। তাৰ লগত যদি আচাৰ নিয়মন নেথাকে তেন্তে ধৰ্ম্মৰ নিচিনা কোনো বস্তুৱেই হৈ উঠিব নোৱাৰিব।

## আচাৰ-নিয়মন

এই পত্তিকে বিচাৰ শাসনৰ বিৰোধ কথা আমি সৰ্ব্বোদয় সমাজৰ আগত দাঙি ধৰিছিলো, তাৰ লগত আজি যে শান্তি-সেনাই সেনাপতিৰ 'কমাণ্ড' মানিব লাগে বুলি আমি কৈছো ইয়াত কোনো বিৰোধ নাই। আমি এই সম্পৰ্কে- সংস্কৃতত বিটো সূত্ৰ ৰচনা কৰিছো। সি সাম্য সূত্ৰৰ

লগতে আছে। 'সংযতেন স্বৈৰম্'। যদি আপুনি বিচাৰক স্বৈৰ অৰ্থাৎ স্বতন্ত্ৰ হব খুজিছে, তেন্তে আচাৰত সংযত হব লাগিব। তেতিয়াহে বিচাৰত স্বতন্ত্ৰ হৈ থাকিব পাৰিব। তাৰ উদাহৰণ মই সদায় দিয়েই আহিছোঁ। যদি কোনো এক চিনাকি বাটেদি ফুৰিবলৈ যোৱা নহয়, তেতিয়া হলে বিচাৰত কোনো প্ৰকাৰেই স্বতন্ত্ৰ হব নোৱাৰে। কাৰণ কোনখিনিৰ পৰানো বাটটো ফাটি গৈছে তালৈ সদায় লক্ষ্য ৰাখিবই লগাত পৰে। যদি বাটটো চিনাকি বা আগে-পিচে অহা-যোৱা কৰা বাট হয় তেন্তে সেই বাটেদি মানুহ চকু মুদিও যাব পাৰে আৰু স্বাধীন-চিতিয়া ভাবে চিন্তাও কৰিব পাৰে। সেই কাৰণে য'ত চিনাকি বাট নিশ্চিত কৰি লোৱা হয় মানুহৰ আচাৰত সংযত হৈ থাকে, তাত তেওঁ বিচাৰৰ কাৰণে সম্পূৰ্ণ মুকলিমুৰীয়া হৈ পৰে। যদি আমি বিচাৰ স্বাতন্ত্ৰ্য বা মুকলি-মুৰীয়া ভাবে চিন্তা কৰিব পৰাৰ সুযোগ বিচাৰোঁ। তেন্তে আচৰণত সদায় সংযত হবই লাগে।

আমি কৈছোৱেই যে ইয়াৰ কথাও আমি এতিয়া হাতত লব লাগিব যেনেই পাইছোঁ। আমি সেই অনুসৰি আচৰণো আৰম্ভ দিছোঁ। বুদ্ধিৰ বিকাশতো হব লাগিবই। কিন্তু বুদ্ধি বিকাশৰ কাৰণে অপেক্ষা কৰোতে যদি কাম আৰম্ভ কৰাত পলম হৈ যায় তেন্তে কাম হৈ নুঠিব। এই কাৰণে শান্তি সেনাত এনেকুৱা হব নেলাগে। যত কাম থাকে, তাক পূৰা কৰিব লাগে। তাৰ পিচত বিচাৰৰ কাৰণে স্বাধীনতা আছে। কামটো ভাল হল'নে নহ'ল এইটো চিন্তা কৰিব পাৰে আৰু তাৰ বিষয়ে চৰ্চাও কৰিব পাৰে। বিচাৰ বিকাশৰ কাৰণে আমি নিজক মুক্ত কৰি ৰাখিব লাগে। কিন্তু যলৈ যাবলৈ হুকুম হয় তালৈ যাবই লাগিব। "হুকুম বজাই চলনা নামক শিখনা আয়।"

- মহীশূৰ ২৬-৭-৫৭

প্ৰশ্নঃ—' সেনা ' শব্দটো কেনেবা কেনেবা যেন লাগে। তাত হিংসাৰ গোন্ধ থকা যেন অনুমান হয়। তাৰ পৰিবৰ্ত্তে সেৱা-সমাজ বা সেৱা-মণ্ডল নাম কিয় ৰখা নহ'ল ?

উত্তৰ :—' সেনা ' শব্দটোৰ আচল অৰ্থ নজনাৰ কাৰণেই এই প্ৰশ্নটো উঠিছে। 'সেনা' শব্দটো বেদতো আছে। 'অসেন্যাৰঃ পণয়ো বচাংসি'—হে কৃপণ সকল, তোমালোকৰ কথাবোৰ অসৈন্য, সেনা ৰহিত। অৰ্থাৎ তোমালোকৰ কথাত শক্তি নাই, তোমালোকৰ কথাবোৰৰ কোনো সঙ্গতি নাই। তাৰ মানে তোমালোকে কোৱা অসঙ্গত হৈছে। 'সেনা' শব্দৰ অৰ্থ হৈছে প্ৰাণ উছৰ্গা কৰিবলৈ প্ৰস্তুত হৈ গোট খোৱা মানুহ। ইয়াত সঙ্গতি থাকে। বেদত 'সেনা' শব্দ তিনিবাৰো আহিছে। ইয়াৰ উপৰিও ইন্দ্ৰসেনা, বৃত্ৰসেনা, চিত্ৰসেনা আদি শব্দতো আছেই। এই দৰেই 'সেনা' শব্দটো বহুত পুৰণি। সি অতি পৱিত্ৰ। এনেকুৱা বেদপূত শব্দ এৰি 'সমাজ' শব্দ লোৱাটো ঠিক নহব। 'সমাজ' শব্দটো ঋক্ বেদত নাই। সমাজ বুলি কলে আমি ' আৰ্য্যসমাজ ', 'ব্ৰহ্মসমাজ' আদিৰ নিচিনা হৈ পৰিম। ইয়াত কোনো এটা পন্থা তৈয়াৰ কৰাৰ কথাহে আছে। সেনা হৈছে আক্ৰমকাৰী, তেওঁলোক মনে মনে বহি থকা বিধৰ নহয়। তাত গতিও আছে, প্ৰগতিও আছে। এই কাৰণে "সেনা" শব্দটোৰ প্ৰতি কোনো সন্দেহ ৰাখিব নেলাগে। এইটো সদায় মনত ৰাখিব, 'শান্তি-সেনা'ৰ কল্পনা মানে গান্ধীজীৰ অপূৰণীয় ইচ্ছা। ছয় বছৰৰ আগত যেতিয়া মই তেলেঙ্গনালৈ গৈছিলো তেতিয়া কৈছিলো যে "মই এজন শান্তি-সেনা হিচাপেহে আহিছো।" আজি শান্তি-সেনাৰ আৱশ্যকতা বহুত বেছি। ইয়াৰ অবিহনে আপোনা-

লোকৰ গ্ৰাম-দান, গ্ৰাম-ৰাজ সকলো বোৰৰেই বিপদ আছে। অহিংসাত যদি ৰক্ষণ-শক্তিও নেথাকে তেন্তে অহিংসা কেতিয়াও ৰাণী হব নোৱাৰিব, বৰং সদায় দাসী হে হৈ থাকিব লাগিব। আজি কোনো পাৰ্টিয়েই এইটো কৰলৈ সাহ কৰিব নোৱাৰে যে আমি অহিংসাৰ দ্বাৰাই দেশক ৰক্ষা কৰিম। স্বাস্থ্য, শিক্ষা আদিৰ কাম অনেক অনুষ্ঠানেই কৰে, কিন্তু ৰক্ষাৰ দায়িত্ব লবলৈ কোনো সাহ কৰি ওলাব নোৱাৰে, যদিও অহিংসাৰ দ্বাৰায়েই ৰক্ষা হব লাগে বুলি ভাবে। দেশে যদি এই কথাটো উপলব্ধি কৰে যে শান্তি-সেনা স্থাপনা হব লাগে আৰু এই শান্তি-সেনাৰ দ্বাৰায়েই আমি নিৰাপদ হব পাৰিম, তেতিয়া হলে ফৌজো একেবাৰেই নাইকিয়া হৈ যাব পাৰে; তাৰ পিচত ভিতৰুৱা অশান্তি দূৰ কৰিবৰ কাৰণে পুলিচৰো আৱশ্যকতা নোহোৱা হৈ যাব পাৰে। ইয়াৰ পিচত এই শান্তি-সেনা সকলো সমাজত বিলীন হৈ পৰিব। সমাজে আত্ম ৰক্ষাৰ মূল-তত্ত্বক যেতিয়া বুজি উঠিব, তেতিয়া শান্তি-সেনাৰো আৱশ্যকতা নোহোৱা হৈ পৰিব। শান্তি-সেনা সন্মতি দানৰ আধাৰত থিয় হব; ইয়েই আটাইতকৈ মহত্ত্ব পূৰ্ণ কথা। তাৰ মানে যি ক্ষেত্ৰত সেই সেৱকজন থাকিব, সেই ক্ষেত্ৰৰ বাইজৰ সেৱা কৰিবৰ কাৰণে তেওঁ সকলোৰে সন্মতি পাইছে।

প্ৰশ্ন:—দেশৰ কোনো ঠাইত যদি অশান্তিৰ সৃষ্টি হয় তেন্তে সেই ঠাইত শান্তি-স্থাপনা কৰিবৰ কাৰণে শান্তি-সেনা পঠোৱা হবনে নহয়?

উত্তৰ:—আনে জুই লগাই ফুৰিব, আমি নুমাই ফুৰিম—এইটো আমাৰ কাম নহয়। কিন্তু দ্বিতীয়টো মৌলিক বিচাৰ হৈছে এইটোৱেই যে দেশত প্ৰতি ৫০০০ মানুহৰ কাৰণে একোজন শান্তি-সেনা থাকিব। তেওঁ নিৰন্তৰ সেই মানুহৰ সেৱা কৰিয়েই থাকিব। সেই ক্ষেত্ৰ কিলাকত যদি কোনো অশান্তিৰ সৃষ্টি হয় তেন্তে শান্তি-সেনা গৈ

তাত কাম কৰিব। শান্তি-সেনা সাধাৰণতে সেৱা-সেনা হৈ থাকিব', কিন্তু বিশেষ পৰিস্থিতি উদ্ভৱ হলে শান্তি স্থাপনাৰ কাম কৰিব। যিটো অঞ্চলত আপুনি কাম কৰিব, তাত মানুহৰ অন্তৰত আপোনাৰ বিচাৰৰ ৰাজ্য চলিব। এই অনুক্রমেই লাহে লাহে গোটেই ৰাজ্য খনেই এই বিচাৰ ধাৰাৰ হৈ পৰিব।

প্রশ্ন:—শান্তি-সেনা সম্পৰ্কত কেৱলত যিটো বক্তব্য প্রকাশ হৈছে, তাত কোৱা হৈছে যে আজিৰ চৰকাৰ ভোট, টেক্স্ আৰু ফৌজৰ ওপৰতে প্রতিষ্ঠিত হৈছে তাৰ পৰিবর্ত্তে আমাৰ আধাৰ হব—সন্মতি দান, সম্পত্তিদান আৰু শান্তি-সেনা। তাৰ দ্বাৰাই পেৰেলেল গভর্ণমেণ্ট গঠন কৰাৰ নিচিনা ভুল ধাৰণাই মানুহৰ মনত ঠাই নেপাৱনে ?

উত্তৰ:—মুঠেই নেপায়। আজিৰ চৰকাৰৰ লগত যদি আমি অসহযোগ কৰোঁ, তেতিয়াহে পেৰেলেল গভর্ণমেণ্ট হোৱাৰ আশঙ্কা থাকিব। আমি যদি মানুহক টেক্স নিদিবৰ কাৰণে কলোহেঁতেন আৰু ক্ষমতা নিজ হাতত লবলৈ চেষ্টা কৰিলোহেঁতেন তেতিয়াও আশঙ্কা কৰিবৰ থল থাকে। কিন্তু আমিতো ক্ষমতা বিচাৰিবলৈ যোৱা নাই, মাত্র সেৱা কৰিবলৈহে বিচাৰিছোঁ। আন হাতেদি আমি আজিৰ চৰকাৰক মুঠেই অস্বীকাৰ কৰা নাই। গ্রামদানী গাৱেঁ চৰকাৰক খাজনা আদি দিয়েই থাকিব। তাৰ পিচত আমি ক'ম যে গ্রাম-ৰাজ্য স্থাপনা কৰাত আমাক সহায় কৰক, তেতিয়া চৰকাৰে আনন্দ মনেৰে সেই গাওঁবোৰক সহায় কৰিব, আমি আজিৰ চৰকাৰৰ লগত অসহযোগ কৰাৰ কথা ভবাই নাই। বৰং এই কামটোৱে চৰকাৰৰ সম্পূর্ণ সহানুভূতি হে প্রাপ্ত কৰিছে। দেশৰ ডাঙৰ ডাঙৰ নেতাসকলে শান্তি-সেনাৰ কল্পনাটো ভলাগিছে শান্তি-সেনাৰ কামৰ দ্বাৰাই আমি এইটো প্রমাণ কৰিবলৈ গৈছোঁ যে সর্ব্বোদয় অকল দেশ গঢ়োতাই নহয় বৰং দেশক ৰক্ষা কৰোতাও।

যাৰ হাতত সেৱা থাকে, তাৰেই ৰাজ্য হয়। কিন্তু সৰ্ব্বোদয়ে ৰাজ্য নকৰে, সৰ্ব্বোদয়ৰ ৰাজ্য হয় হে। গোটেই দেশত সৰ্ব্বোদয়ৰ বিচাৰ-ধাৰা ভালকৈ প্ৰচাৰিত হৈ উঠিলে, চৰকাৰো এই ধাৰাৰেই হৈ পৰিব।

প্ৰশ্ন :—আপুনি নতুন কাৰ্য্যক্ৰম সলায়েই থাকে আৰু আমি দেখোন পুৰণা কাৰ্য্যসূচীকে পূৰা কৰিবলৈ নেপাওঁ। এনেকুৱা হ'লেনো এই বালিৰ ভেটা কিমান দিন টিকি থাকিব?

উত্তৰ :—মানুহৰ এটা ভাগ হৈছে—মনৰ আৰু আনটো হৈছে শৰীৰৰ। শৰীৰ ভাগটো জড়, এই কাৰণে সি প্ৰতি মুহূৰ্ত্তেই এলেহুৱা হৈ গৈ থাকে। এইটো তাৰ লক্ষণ। এই বাবেই সততে নতুন নতুন প্ৰেৰণা দি থাকিব লগাত পৰে। আৰু এখোজ দোখোজ কৰি ক্ৰমে আগবঢ়াই লৈ যোৱাৰ বিচাৰ যেতিয়া সন্মুখলৈ আহে, তেতিয়াহে আমি কিমান পিচপৰি আছোঁ তাক জানিব পাৰোঁ। তেতিয়া মানুহ ৰিলাকে সকলো শক্তি প্ৰয়োগ কৰি বাকী থকা কাম খিনি পূৰা কৰিবলৈ জান-প্ৰাণ দি লাগি যায়। যদি ভৱিষ্যতৰ কাৰ্য্যক্ৰমৰ বিষয়ে একো জনা নেথাকে তেন্তে পুৰণা কাৰ্য্যক্ৰমেই হেলো-হেছো কৰি চলি থাকিব। কিন্তু সন্মুখত যদি ভৱিষ্যতৰ কাৰ্য্যক্ৰম উপস্থিত হৈ থাকে তেন্তে পুৰণা কাৰ্য্যক্ৰম পূৰা কৰি তাক যি কোনো প্ৰকাৰেই নহওক এৰিবই লগাত পৰে। এই হেতুকে কোনো কামত গতি দিবলৈ হ'লে, দৰ্শন, উত্তৰোত্তৰ বৃদ্ধি পাই গৈ থাকিব লাগে।

প্ৰথমে কোনো এটা শিখৰত উঠি লব পাৰিলেহে দ্বিতীয়টো শিখৰ দেখা যায়। নতুন কাৰ্য্যক্ৰমৰ দ্বাৰাই পুৰণা কাৰ্য্যক্ৰম পূৰা কৰা হয় আৰু তাক গতি দিয়া হয়। ইয়াৰ উপৰিও পুৰণা কাৰ্য্যক্ৰমে নতুন আৰু বিশাল অৰ্থ লাভ কৰে। এই কাৰণে পুৰণা কাৰ্য্যক্ৰমক আমি

এৰি দিয়া হোৱা নাই। কোনো কোনো লোকে কয় যে এই মানুহ-জনে পুৰণি কাৰ্য্যক্ৰমবোৰ এটা এটাকৈ এৰি যাব ধৰিছে—ভূদান এৰি গ্ৰামদানত ধৰিলে, এতিয়া আকৌ গ্ৰাম-দান এৰি শান্তি-সেনাৰ কথা কবলৈ ধৰিছে। পুৰণি কথাবোৰ এৰি দিয়া এওঁৰ অভ্যাস হৈ পৰিছে। আচল কথা হৈছে এইটো যে ই হৈছে বিজ্ঞানৰ যুগ আৰু ই কোনো এজনৰ কাৰণে অপেক্ষা কৰি নেথাকে। যদি আমি শান্তি-সেনাৰ কথা এতিয়া ভুলিয়াও তেন্তে আগলৈ যি গ্ৰাম-ৰাজ্য হব লগা আছে তাৰ বিপদ অনিবাৰ্য্য। মাদ্ৰাজ ৰাজ্যৰ তিৰুমঙ্গল তালুকাক আমি তালুকা দানৰ কাৰণে বাচিছোঁ। তাৰে ওচৰৰ জিলাখনত মৰা-কটা চলিব লাগিছে। এই ঘটনাই গোটেই ভাৰতৰ দৃষ্টি আকৰ্ষণ কৰিছে। সিফালেও কোনো কোনো অঘটন ঘটিব লাগিছে। কাল কিমান বেগেৰে ধাবিত হৈছে তাক এতিয়া আপোনা-লোকে ভাবিব পাৰে। এই কাৰণে বিচাৰত আগ বাঢ়িবই লগাত পৰে, তেতিয়াহে কামে জোৰ পায় আৰু নতুন নতুন অৰ্থ মনলৈ আহে। এইটো বৰ আৱশ্যকীয় প্ৰক্ৰিয়া।

প্ৰশ্ন:—চুপ্ৰীম 'কমাণ্ড'ৰ কথা আপুনি যেনে ধৰণেৰে বুজাইছে, তাৰ অৰ্থ হৈছে আত্মসমৰ্পণ কৰা। এনে ধৰণেৰে আদেশ দিলে প্ৰেমৰ অভাৱ নহবনে? তাৰ পৰা জানো প্ৰেৰণা পোৱা যাব?

উত্তৰ:—আপোনালোকে বুজা উচিত যে আমি সাধাৰণ 'কমাণ্ড'ৰ কথা কোৱা নাই, 'চুপ্ৰীম কমা'ণ্ডৰ কথাহে কৈছোঁ। অৰ্থাৎ সেই 'কমাণ্ডে' সৰু সৰু কথাত হস্তক্ষেপ নকৰে। সি যিমান কম হস্তক্ষেপ কৰিব, সিমানেই বেছি 'চুপ্ৰীম' হব। এই নিমিত্তে 'চুপ্ৰীম কমাণ্ড' লৈ ভয় কৰিবৰ কোনো কাৰণ নাই। বৰং আমি আমাৰ মনক অন্তিম বলিদানৰ কাৰণে প্ৰস্তুত কৰি ৰাখিব লাগে। গুৰুৰ অনুসন্ধান কৰা মানে শিষ্যত্ব প্ৰাপ্তিৰ চেষ্টা। চুপ্ৰীম কমাণ্ড মানে হৈছে শেষ চেষ্টাৰ

কাৰণে নিজৰ মনক প্ৰস্তুত কৰি ৰখা। এইটোৰ বাহিৰে তাৰ বেছি অৰ্থ কৰিবৰ আৱশ্যক নকৰে।

প্ৰশ্ন :—আমি যি শাসন-মুক্ত সমাজৰ আদৰ্শ মানিছো, তাত দেখোন কোনো আদেশো নেথাকে আৰু আদেশ দাতাও নেথাকে। তাত প্ৰত্যেক ব্যক্তিয়েই নিজৰ আন্তৰিক প্ৰেৰণা আৰু প্ৰচেষ্টাৰে কাম কৰিব। এনেকুৱা অৱস্থাত শান্তি-সেনাৰ গুণেৰে বিভূষিত অনেক ব্যক্তি সমাজত থাকিব। কিন্তু শান্তিসেনাৰ নিচিনা কোনো সংগঠন, লাগে সি যিমানেই স্থিতি-স্থাপক নহওক, নেথাকিব বুলিয়েই মোৰ মনে ধৰে। সংক্ৰমণ কালৰ কাৰণে হয়তো ই চলিব।

উত্তৰ :—এই যে এটম আৰু হাইড্ৰোজেন বোমা তৈয়াৰ হৈছে তাৰ ফল স্বৰূপেই শাসনমুক্ত সমাজ সোনকালেই হোৱাৰ উপক্ৰম দেখা গৈছে। ইয়াৰ দ্বাৰাই সমাজে একেবাৰেই মুক্তি পাব আৰু কোনো বিষয়ে ভাবিবৰেই আৱশ্যক নহব। ইয়াৰ পিচত কি হব সেইটো মই ভবা নাই আৰু সংক্ৰমণ কালত কি কৰিব লাগিব তাৰ কথাও ভবা নাই। কাৰণ, সংক্ৰমণ অৱস্থাটো হৈছে সনাতন অৱস্থা, সি ভূত আৰু ভৱিষ্যতৰ মাজৰ কাল। সকলোবিলাক কালেই সংক্ৰমণ কাল। এই কাৰণেই মই এই বিষয়ে ভবা নাই। মই এনে এটা প্ৰচলিত পৰিস্থিতি বা আৱশ্যকতাৰ বিষয়েহে ভাবিছোঁ, যি আজি সাক্ষাৎ উপস্থিত আছে। তেলেঙ্গনাত যদি সেই ঘটনা নঘটিলহেঁতেন আৰু সেই দিনা মাটি বিচৰা নগলহেঁতেন, তেন্তে, 'ভূদান যজ্ঞ' কোনো প্ৰকাৰেই আৰম্ভ নহ'লেহেঁতেন যি কোনো কাৰ্য্য-সূচীয়েই নহওক সি পৰিস্থিতি লৈহে প্ৰকাশ পায় আৰু পৰিস্থিতি অনুসৰিয়েই পৰিবৰ্ত্তনো হয়। আজি ভাৰতবৰ্ষৰ পৰি-স্থিতিয়ে শান্তি-সেনা বিচাৰিছে। তাৰ পৰাই ইয়াৰ সৃষ্টি হৈছে। যদি সেই দাবী পূৰণ কৰিব পৰা যায়, আৰু যদি শান্তি-স্থাপিত কৰিবলৈ

কোনো প্ৰসঙ্গই নোলায়, তেন্তে শান্তি-সেনা সকলে সেৱা সেনাৰ কাম কৰিব। তাৰ পিচত সেৱাৰো আৱশ্যকতা নোহোৱা হব। কাৰণ, যেতিয়া মানুহবোৰ প্ৰত্যেকেই নিজৰ কাম নিজে কৰিবলৈ ধৰিব তেতিয়া সেৱাৰো কোনো প্ৰয়োজনেই নেথাকিব। তেতিয়া একেৰকমৰ সমাজ অৰ্থাৎ সৰ্ব্বোদয় সমাজ স্থাপিত হব। লাহে লাহে একৰসতা একৰূপতা আহি যাব আৰু বিবিধ প্ৰকাৰৰ ভেদ ভাৱ লোপ পাব।"সেই শেষ অৱস্থাত যি সকলে খেতি-পথাৰৰ কাম কৰিব তেওঁলোকেই তত্ব জ্ঞানী, তেওঁলোকেই শান্তি-সেনা আৰু তেওঁলোকেই সত্যাগ্ৰহীও হব। সেই একৰ লগত সকলো মিলি যাব। এনেকৈয়ে তেওঁলোক পৰিপূৰ্ণ হৈ উঠিব। কিন্তু অজিৰ অৱস্থা এইখিনি পোৱাগৈ নাই। আজি আমি যি গ্ৰাম-দান পাইছোঁ বা গ্ৰাম-ৰাজ্য স্থাপন কৰিবলৈ ধৰিছোঁ, এই সকলোবোৰেই বিপদৰ সম্মুখীন হৈছে বুলিবই লাগিব। গোটেই ভাৰতত যদি, আমি অহিংসা বোলো, ইংৰাজীত যাক *peace* বোলে সেয়া নহয় তাৰ এটা সুস্থ পৰিবেশৰ সৃষ্টি আৰু হিংসাক মধিমূৰ কৰিব নোৱাৰোঁ। তেন্তে ওপৰোক্ত কামবোৰক বিপদৰ পৰা ৰক্ষা কৰিব পৰা নেযাব। কেইজনমান মানুহে মাত্ৰ এই কামবোৰ কৰি থাকিলে বা মাধুৰ্যতাৰ সৃষ্টি কৰিলেই কাম নচলিব। বিশাল লুণীয়া জলধাৰাক কেইটোপালমান মৌ ৰস পেলাই দি সোৱাদ কৰিবলৈ চেষ্টা কৰা হৈছে। এনেকুৱা চেষ্টা যদি কোনোবাই কৰেও তেন্তে সি 'চেষ্টা' * হৈয়েই থাকিব। এই কাৰণে অহিংসাৰ দ্বাৰাই তাক বশীভূত কৰিব পাৰিব লাগিব। আমাৰ ৰেলৰ লাইনটো মাত্ৰ সত্ব-গুণৰ হব লাগে, তাৰ ওপৰে দি ৰজোগুণৰ ইঞ্জিন আৰু তমো গুণৰ ভৰা যিমানেই চলি

* 'চেষ্টা' শব্দটো মাৰাঠী ভাষাত ইতিকিং কৰি উৰাই দিয়া অৰ্থত ব্যৱহাৰ হয়।

নেথাকক লাগে, তাত আমাৰ আপত্তি নাই। ৰজোগুণ, তমোগুণো আমাক লাগে, কিন্তু লাইনটো হলে সত্বগুণৰেই হব লাগিব, এয়েই আমাৰ কামনা। অহিংসাৰ কাম মুষ্টিমেয় মানুহে কৰিলেই নহব। প্ৰত্যেকৰে মনলৈ অহিংসাৰ ভাব আহোতে সময় লাগিলেও আজি দেশৰ ওপৰত অহিংসাৰ প্ৰভাৱ পৰিবই লাগিব। এই কাৰণে শান্তি-সেনাৰ কাৰ্য্য-সূচী বহুত দূৰৰ কাৰ্য্য-সূচী নহয়, আজিৰ কাৰ্য্য-সূচী বুলি ধৰি লব লাগিব। মই আজি বোম্বাইৰ কৰ্ম্মী সকলক কৈছো যে বোম্বাইত সহস্ৰ নাম শুনিবলৈ পাব লাগিব। কম পক্ষেও এহেজাৰ সেৱক ওলাব লাগে। তাকে কৰিব পাৰিলেহে বোম্বাইৰ ওপৰত অহিংসাৰ প্ৰভাৱ পৰিব। বাকী বিলাকতো লগে লগে চলিয়েই থাকিব। আন আন সমস্যাৰ কাৰণেও যদি আন্দোলন চলে, চলক; সেই আন্দোলনৰ পৰা সমাজৰ হানি একো নহয়, বৰং লাভ হে হব।

প্ৰশ্ন :—সত্যাগ্ৰহী লোক-সেৱক সকল বিদ্যমান থাকোঁতে শান্তি-সেনা, গঠনৰ আৱশ্যকতা কিয় অনুভৱ কৰিলে?

উত্তৰ :—সত্যাগ্ৰহী লোক-সেৱক সকল বিদ্যমান আছে বুলি মোৰ অনুমান হোৱা নাই। আন হাতেদি শান্তি-সেনা সত্যাগ্ৰহী লোক-সেৱকৰ কামৰ এটা বিভাগহে মাত্ৰ। সত্যাগ্ৰহী লোক-সেৱক সকলৰ কৰ্ত্তব্যতকৈয়ো যে 'শান্তি-সেনা'ৰ কৰ্ত্তব্য বেছি মহান্ তাৰ প্ৰতি আমি সকলোৰে মনোযোগ আকৰ্ষণ কৰিব খুজিছো। কোনো ডাঙৰ গ্ৰন্থৰ বহুতো প্ৰকৰণ থাকে। আজি যিটো প্ৰকৰণৰ আৱশ্যকতা বেছি যেন দেখা গৈছে তাৰ ফালকে আপোনালোকৰ দৃষ্টি আমি আকৰ্ষণ কৰিব খুজিছোঁ। আজি সত্যাগ্ৰহী-সেৱকৰ সংখ্যা নিচেই তাকৰ হৈ আছে। আমি তেওঁলোকৰ ভাবনা-ৰাজ্যত আৰু এটা বস্তু সুমাই দিব খুজিছোঁ। আজি সমাজত যি কাণি-মুনি লাগিছে তাৰ মাজত

থিয় হৈ দিয়াৰ দায়িত্ব পৰিছে আমাৰ ওপৰত।

প্ৰশ্নঃ—জৰুৰী অৱস্থাত সত্যাগ্ৰহী সেৱক সকলৰ ওপৰত জানো শান্তি-সেনাৰ দায়িত্ব ভাৰ অৰ্পণ কৰিব পৰা নেযাব? একেটা কামকে দুবাৰ কিয় কৰিবলৈ চোৱা হৈছে।

উত্তৰঃ এইটো কথা ভবা উচিত যে শান্তিৰ দায়িত্ব কোনে কাৰ ওপৰত দিব? যি শান্তি-স্থাপনা কৰিম বুলি আগবাঢ়ি আহিব তেওঁৰ ওপৰত হে দিব পৰা হব, আনৰ ওপৰত পৰা নহব। সেই মানুহ-জন যে আগৰে পৰাই শান্তি-সেনা হৈ থকা বা পঞ্চবিধ নিষ্ঠা মানোঁতা হব লাগে এনে নহয়। এজন পাপী, পতিত দুৰাচাৰো সত্যবাদী হব পাৰে। সেই সত্যতা, পাপতেই ডুব গৈ থাকিব পাৰে। কেতিয়াবা মনোমালিন্যৰ সৃষ্টি হ'ল, তেওঁৰ আন্তৰাত্মাৰ পৰা ফিৰিঙতি জলি উঠিব পাৰে আৰু শান্তি-স্থাপনৰ কামত নিজক বলিদানো দিব পাৰে। বলিদান দিবৰ তেওঁৰো অধিকাৰ আছে। হয়তো তেওঁৰ সেই বলিদানৰ দ্বাৰাই এক মুহূৰ্ত্তৰ ভিতৰতে সমাজত শান্তি-স্থাপনা কৰিব পাৰে আৰু নিজৰ আগৰ পাপো ভস্ম কৰি পেলাব পাৰে। এই সকলো বোৰেই হব পাৰে। এই কাৰণে শান্তি স্থাপনা যে অকল শান্তি-সেনাৰ যোগেদি হে হব এনে নহয়। পাপ ভস্ম হব বুলি ভাবি পাপী পুৰুষৰ নাম শান্তি-সেনাৰ কাৰণে দিয়াটো উচিত নহব। মুৰামুৰি সময়ত যিয়েই নহওক লাগে, আঁচনি তৈয়াৰ কৰোঁতে বৈজ্ঞানিক ভাবেই কৰিব লাগে। তাত এটা কথা থাকিব লাগিব যে শান্তি-সেনা হিচাপে যেতিয়া তেওঁৰ ওপৰত নিৰ্দ্দেশ পৰিব, তেতিয়া তেওঁ নিজৰ কাম আৰু আসক্তি ত্যাগ কৰি য'লৈ যাবলৈ কোৱা হয় তালৈ লৰ মাৰিব লাগিব। বিশেষ প্ৰসঙ্গত হে এইটো কৰা যাব। শান্তি-সেনাসকলে সাধাৰণতে নিজৰ নিজৰ ঠাইত কাম কৰিয়েই থাকিব। এইটো বাটেদিয়েই যাব লাগে বুলি আমি

কব খুজিছোঁ আমি এটা সেন্দুৰী আলী বন্ধাইছোঁ। গীতাত কোৱা হৈছে যে পুণ্যৱান মানুহে চাৰি প্ৰকাৰৰ ভক্তি কৰে। "চতুৰ্বিধা ভজন্তে মাং জনাঃ সুকৃতিনো অৰ্জ্জুন।" (৭-১৫)

কিন্তু প্ৰশ্ন উঠে যে ভক্তি অকল পুণ্যবানৰ কাৰণেহে নে কি? ভগৱানে কৈছে যে কোনো যদি অতি দুৰাচাৰীয়েও একান্ত মনেৰে মোৰ ভক্তি কৰে তেন্তে তেওঁ পৰমেশ্বৰৰ প্ৰিয় হব পাৰে আৰু তেৰেঁা কাম কৰিব পাৰে। "অপি চেৎসুদুৰাচাৰো ভজতে মামনন্যভাক্। সাধুৰেব স মন্তব্য সম্যগ্ব্যবসিতো হি সঃ।" (৯।৩০) ভক্ত সাধাৰণতে সদাচাৰীয়েই, কিন্তু অতি দুৰাচাৰীও ভক্তি হব পাৰে। ভক্ত য'তে থাকে কামো তাতেই হয়। এই ভক্তি যিকোনো মানুহৰ অন্তৰত, যিকোনো মুহূৰ্ত্তেই উৎপন্ন হব পাৰে। যি জনে হয়তো শান্তি-সেনাৰ কাৰণে নিজক প্ৰস্তুত কৰি তুলিছে কামৰ বেলিকা তেওঁৰো থেৰো গেৰো লাগিব পাৰে। কিন্তু আজিৰ শান্তি-সেনাৰ আঁচনিখন এই ধৰ্ম্ম-বিচাৰ হিচাপেও অতি প্ৰয়োজনীয়।

প্ৰশ্ন :—'শান্তি-সেনা'ৰ ঘোষণাৰ পিচত কৰ্ম্মীসকলৰ মন এক প্ৰকাৰ *Confusion* হৈছে। আপুনি স্পষ্টিকৰণ কৰি দিয়াৰ পিচতো সি থকা যেনেই লাগে।

উত্তৰ :—*Confusion* নিৰ্ম্মাণ হোৱা নাই, প্ৰকাশ হে হৈছে সি প্ৰকাশ হোৱাটো ভালেই হৈছে, তেতিয়াহে দূৰ হব। আমাৰ মনত অকণো শঙ্কা নাই, একেবাৰেই পৰিষ্কাৰ। কিন্তু আন মানুহৰ হলে যথেষ্ট চিন্তা *Nebulous* হৈছে, অস্পষ্টাও আছে। এই অস্পষ্টতা নৱনিৰ্ম্মিত নহয়, প্ৰকাশিত হে হয়। এনেকৈ চালে *Confusion* হবলৈ কোনো কাৰণেই নাই। অন্তৰত যিটো কাৰণ সোমাই আছে তাৰ পৰাই হৈছে।

গণতন্ত্ৰৰ দাবী কৰা চৰকাৰে ক্ষমতাৰ জৰিয়তে শান্তি-স্থাপনা কৰিবলৈ

সমৰ্থবান হব নোৱাৰে। ধৰিলওক ভাৰতত যদি গোলমাল লগোৱা সকলৰ সংখ্যা গৰিষ্ঠা হয়, তেতিয়া গণতন্ত্ৰই কি কৰিব? গণতন্ত্ৰত বহুমতৰ ভিত্তিত নিৰ্ব্বাচন হয়। এই কাৰণেই গণতন্ত্ৰৰ অৰ্থ হৈছে বহুমতৰ ভিত্তিত গঠন হোৱা চৰকাৰ। তেওঁলোক হৈছে গড় হিচাপী চৰকাৰ। যেনে বোম্বাইৰ *Toned milk*। বেয়াৰ প্ৰতিকাৰ আক তাৰ নিৰ্ম্মূল গড়-হিচাপৰ দ্বাৰাই হব নোৱাৰে। বেয়াৰ প্ৰতিকাৰ ভালৰ দ্বাৰাই হে হয়। দেশৰ যি যি ঠাইত গুলী চলিছিল, তাক লৈয়েই মানুহে বহুতো সমালোচনা কৰে। আমিও সমালোচনা কৰোঁ। কিন্তু এইটো কথা মনত ৰাখিব লাগে যে মানুহে শিলগুটি দলিউৱা আক গণতান্ত্ৰিক পদ্ধতিৰে গঠন হোৱা চৰকাৰে গুলী চলোৱাটো একে কোটিৰ নহয়, দুয়োটাই বেলেগ বেলেগ। চৰকাৰৰ তৰফৰ পৰা যি গুলী চলে, তাৰ পিচত এটা *Sanction* আছে, এটা আদেশ আছে। কিন্তু যিসকলে শিলগুটি দলিয়াই তাৰ পিচত *Sanction* যে নায়ইনে নিৰ্দ্দেশো নাই। আমাৰ শাসনৰ বাঘজৰী ভাল চৰকাৰৰ হাতত দি থৈছোঁ। হ'লেও এইখিনি হে চৰ্চ্চা হব যে চৰকাৰে তাক উচিত কিম্বা অনুচিত ব্যৱহাৰ কৰিছে। গুলী যে চলিছিল সি কমকৈ চলিছিল নে বেছিকৈ? কিন্তু শিলগুটি দলিউৱাটো উচিতেই হওক বা অনুচিতেই হক, তাৰ আলোচনাই নহয়। মাত্ৰ এইটোকে কোৱা যাব যে শিলগুটি দলিউৱাটো ভুল হৈছে।

এই কাৰণেই কৈছোঁ যে গুলী চলোৱাৰ ক্ষমতা আপোনালোকে দিয়েই থৈছে। তাৰ পিচত আপোনালোক আক আমাৰ সকলোৰে সন্মতি আছে। তাৰ বাবে আলোচনা কৰিবলৈ মাত্ৰ এই কণিয়েই থাকে যে, গুলী হকত চলাইছে নে বিহকত চলাইছে। যেতিয়ালৈ জনসাধাৰণে সৈন্য সামন্ত নাইকিয়া কৰিবলৈ নকয়, তেতিয়ালৈকে গুলী চলোৱাটো ভুল বুলি কব নোৱাৰি। আজি চৰকাৰেও পাৰ্লিয়ামেণ্টত বিল উত্থাপন কৰে। তাত

পৰামৰ্শ দিয়া হয় যে অমুকে ভামুক শিভানৰ টকা কম কৰিব লাগে। কিন্তু সৈন্য-সামন্তৰ কাৰণে চৰকাৰে যিখিনি টকা ধৰি দিয়ে তাত হলে কোনেও আপত্তি নকৰে তৎক্ষণাত বিল পাছ হৈ যায়। চৰকাৰক মাত্ৰ এইটোহে সোধা যাব যে সৈন্য বিভাগত খৰচ ভালকৈ কৰা হৈছে নে নাই? আমাৰ ৰক্ষাৰ ব্যৱস্থাটো ঠিক আছে নহয়? *Latest modern weapons*' কিনা হৈছে নে পূৰণা বোৰেই চলি আছে? চৰকাৰে সৈন্য বিভাগত যিমান খৰচ কৰিছে তাত হ'লে মাত কাৰোবে নাই। এই কাৰণে গুলী চলোৱাটো যে ভূল এই কথাটো আপুনি কি ভিত্তিত ক'ব? গুলী চলোৱাটো আপোনালোকৰ ভাৰতীয় সমাজ ব্যৱস্থাই মানি লোৱা কথা। কিন্তু শিলগুটি দলিওৱাটো হলে মানি লোৱা নাই। এই দুয়োটা কথা ভালকৈ মনত ৰাখিব লাগে। এইটোও ঠিক যে শিলগুটি দলিয়ালে মূৰ ফুটেহে, মানুহ নমৰে কিন্তু গুলী লাগিলে মানুহ মৰে। এই কাৰণে বন্দুক হৈছে অহিংসাৰ ওচৰ সীমাত থকা বস্তু, কিন্তু শিলগুটি অহিংসাৰ কাষ চাপিবকে নোৱাৰে। এই চৰকাৰটো হৈছে গড় হিচাপী বুদ্ধিৰ। সেই বাবে অশান্তিৰ মূল কাৰণ দূৰীভূত কৰিবৰ উপযুক্ততা তেওঁলোকত নাই। তাৰ দ্বাৰাই সেই কাম হৈ নুঠে, তেনেহলে কাৰ দ্বাৰাই নো হ'ব? আপোনাৰ আৰু আমাৰ দ্বাৰাই, যি অহিংসা আৰু সত্যক মনা বুলি দাবী কৰোঁ, যাৰ জন-শক্তি, আৰু শাসন মুক্তি ধ্যেয় আৰু যি গান্ধীজীৰ উত্তৰাধিকাৰী স্বত্ব পাইছে। এই কাৰণে *Command* ৰ কোনো প্ৰশ্নই নাই। এইটো আমাৰ একেবাৰেই পৰিষ্কাৰ কৰ্ত্তব্য। যি সকলে 'শান্তি-সেনা'ত নাম ভৰ্ত্তি কৰে তেওঁলোক লিখিত সৈনিক হব। কিন্তু অলিখিত সৈনিক হিচাপে লাখ-লাখ, কোটি কোটি সৈন্যাই ইয়াত যোগ দিব লাগে।

প্ৰশ্ন :—কিছু সময়ৰ কাৰণে শান্তি-সেনাৰ আৱশ্যকতা মানি ললেও

তাৰ কাৰণে আপুনি আপোনাৰ *Commandership* ঘোষণা কৰাৰ আৱশ্যকতা কিয় উপলব্ধি কৰিলে, যি হেতু আপোনাৰ নেতৃত্ব ভাৰতীয় জন সাধাৰণে ছয় বছৰৰ পূৰ্ব্বেই আৰু সৰ্ব্বদলীয় নেতাসকলে গ্ৰাম-দান আন্দোলনত মানি লৈছেই ?

উত্তৰ :—বিনোবা কেতিয়াও নেতা হোৱা নাই আৰু আগলৈও নেতা কি নেয় একো নহয়। "ন নেয়ো, ন নেতা। গান্ধীজীয়ে ঘোষণা কৰিছিল যে এই মানুহজন ব্যক্তিগত সত্যাগ্ৰহৰ কাৰণে উপযুক্ত। আচলতে বিনোবা ব্যক্তি হে। ইয়াৰ বাহিৰে অন্য একো নহয়। এইটো বুজা উচিত যে সেই *Commander* আৰু বিনোবা দুয়ো পৃথক ; একে নহয়।

দ্বিতীয়তে আমি আমাৰ জীৱনত বহুবিধ ভক্তিৰ অভিজ্ঞতা লাভ কৰিছোঁ। গুৰু ভাব, মাতৃ-বাৎসল্য আদি অনেক প্ৰকাৰৰ ভক্তি ৰসৰ সোৱাদ আমি লৈছোঁ কিন্তু আমাৰ নিজৰ জীৱনত মৈত্ৰীৰ হে বিকাশ হৈছে, আনৰ হোৱা নাই। আমাৰ সহোদৰ ভাইৰ লগতো মৈত্ৰী ব্যৱহাৰ হে কৰোঁ। আমি কাকো গুৰু মনা নাই, যদিও গুৰুৰ যোগ্যতা আছে বুলি আমি ভাবোঁ আৰু কাকো শিষ্য বুলিও ধৰি লোৱা নাই যদিও গুৰুৰ যোগ্যতা আছে বুলি আমি ভাবোঁ আৰু কাকো শিষ্য বুলিও ধৰি লোৱা নাই, যদিও অনেক বিদ্যাৰ্থীক আমি পঢ়াইছিলোঁ। আমাৰ ভাইয়ো আছে কিন্তু আমি কাকো ভাই বা শত্ৰু বুলি নেভাবোঁ। বন্ধু হিচাপে পৰামৰ্শ আগবঢ়োৱাৰ বাহিৰে আমি অন্য একো কথা নাই আৰু নকৰোঁও। কিন্তু সেই কমাণ্ডাৰ বিনোবা অন্য মানুহ। তেওঁ কোন, মই নেজানো।

প্ৰশ্ন :—'শান্তি-সেনা' সকলৰ ৰামনাথপুৰমৰ দৰে উপক্ৰুত অঞ্চলত শান্তি স্থাপনাৰ কাৰণে পঠোৱা যাব পৰা হবনে নহয় ? তাততো লাঠি

আৰু গুলী চলিবই লাগিছে। তাক সোনকালে আয়ত্তাধীন কেনেকৈ কৰিব পৰা যাব ?

উত্তৰ :—এইটো ময়ো জানো। এই কাৰণেই মই কৈছো যে আপোনা-লোকে এই সম্বন্ধে কোনো নিৰ্দ্দেশ আদি নেপায়। কৰ্ত্তৃত্ব এনেভাবে বিভাজিত হৈ পৰিব, যে আপোনালোকে পৰামৰ্শ বিচাৰিলেও নেপাব। ইমানখিনি অতিৰিক্ত কৰ্ত্তৃত্ব আপোনালোকৰ ওপৰত জাপি দিয়া হব। যি নিজেই বহি আছে তেওঁ আকৌ আপোনালোকক যুদ্ধৰ স্থলীলৈ যাবলৈ পৰামৰ্শ কেনেকৈ দিব ? এই কাৰণে মই পৰামৰ্শ আদিও নিদিওঁ। কিন্তু গীতা প্ৰবচনত মই এটা উদাহৰণ দাঙি ধৰিছো যে এখন সভাত যেনিবা গোলমাল বন্ধ ক'ৰিবৰ কাৰণে দহ কি কুৰিজন মান স্বেচ্ছাসেৱকে চেষ্টা কৰিয়েই আছে তথাপি গোলমাল বন্ধ হোৱা নাই। কিন্তু এনেকুৱা এজন মানুহ আছে যি তাত উপস্থিত হোৱা মাত্ৰেই সকলো নিস্তব্ধ হৈ পৰে। শান্তি-স্থাপনৰ কথা আত্ম-শক্তিৰ ওপৰত নিৰ্ভৰ কৰে। এই কাৰণে যিমান আত্ম-শক্তি বিকশিত হব সিমানেই কামো হবলৈ ধৰিব। সৎপুৰুষৰ কথা বৰ্ণনা কৰিবলৈ যাওঁতে তেওঁৰ আন্ত-ৰিক গুণ ৰাশিৰহে বৰ্ণনা কৰা হয়। কোৱা হয় যে তেওঁ যদি কাৰোবাৰ ফালে কৃপা পূৰ্ব্বক কেৰাহিকৈয়ো চায় তেন্তে বৰ ডাঙৰ কাম হয়। যাৰ চকুত কৰুণাৰে পৰিপূৰ্ণ হৈ আছে সেই মানুহজন যদি তালৈ যায় তেন্তে তেওঁ যোৱা মাত্ৰেই তাত শান্তি স্থাপিত হবই। এই কাৰণে তাৰ কোনো নীতি নিয়ম নাই। তালৈ গ'লেনো কি হব এইটো তাতেহে জনা যাব। সি আন্তৰিক অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিব।

## কৰ্ত্তৃত্ব বিভাজন আৰু বিচাৰ শাসন

প্ৰশ্ন :—বিচাৰ-শাসন আৰু কৰ্ত্তৃত্ব বিভাজনৰ কথা আপুনি চাণ্ডিলত

কৈছিল। এতিয়া আপুনি চুপ্ৰীম কমাণ্ডাৰৰ নামত আচাৰ-নিয়মনৰ কথা কৈছে। তেন্তে চাণ্ডিলৰ প্ৰক্ৰিয়া আগৰ দৰেই আছেনে নাই কিবা সাল-সলনি হৈছে ?

উত্তৰ :—শান্তি-সেনা সংগঠনত পৰিপূৰ্ণ কৰ্তৃত্ব বিভাজন আছে। দৃষ্টি এইটোৱেই যে গোটেই ভাৰতবৰ্ষক ৭০ হেজাৰ ভাগত বিভক্ত কৰা হব আৰু তাৰ একো একোটা ভাগত এজন এজন মানুহ থাকিব আৰু তেওঁ স্বতন্ত্ৰ বুদ্ধিৰে তাত কাম কৰিব। তেওঁৰ কাৰণে বুদ্ধিৰ পৰিপূৰক কোনো আঁচনি আমাৰ নাই। তেওঁ নিজৰ নিজৰ মূল-তত্ত্ব বা আদৰ্শৰ আৰু যি অঞ্চলৰ তেওঁ সেৱক তাৰ বাইজৰ ওপৰত তেওঁৰ সম্পূৰ্ণ ও স্বতন্ত্ৰ দায়িত্ব আছে। তেওঁ যদি স্বতন্ত্ৰ নহয় তেন্তে তেওঁ তাত কাম কৰিবলৈ কোনো মোৰকে নেপাব। প্ৰাতটো ঘটনাৰ সংক্ৰান্তত যদি তেওঁ প্ৰশ্ন সোধে তেন্তে উত্তৰ দাতাই তাৰ উত্তৰ দিবও নোৱাৰে। কাৰণ উত্তৰ দাতা সাধাৰণতে সেই ঠাইত নেথাকিব। এই কাৰণে তেওঁৰ ওপৰত সম্পূৰ্ণ দায়িত্ব থাকিব আৰু কৰ্তৃত্বও বিভাজিত হব। বিচাৰ শাসন তেওঁৰ কাৰণে প্ৰমাণ। নিজৰ বিচাৰেৰে অৰ্থাৎ মনোভাবেৰে নিৰন্তৰ সকলোৰে সেৱা কৰিব, সকলোৰে লগত পৰিচিত হব, সকলোৰে সুখ-দুখ বুজিব, সকলোৰে সুখত সুখী আৰু সকলোৰে দুঃখত দুঃখী হব, তেওঁৰ নিজা কোনো সুখ-দুঃখ নেথাকিব। ঘটনাৰ স্থলীত অত্যন্ত প্ৰেম পূৰ্ব্বক, নিৰ্বৈৰ বা বন্ধু ভাৱনাৰে নহয় বৰং মাতৃবৎ বাৎসল্য ভাবনাৰে নিজক বলিদান দিবৰ কাৰণে প্ৰস্তুত হৈ থাকিব লাগিব। ইয়াত বাদে আন কোনো শাসন তেওঁৰ ওপৰত নেথাকিব। এই নিচিনাকৈয়ে বিচাৰ-শাসন আৰু কৰ্তৃত্ব বিভাজনৰ পৰিপূৰ্ণ কল্পনা, য'ত আপুনি এনেধৰণৰ আয়োজন কৰে তাত আছে। সেই হিংসুক পল্টনৰ বেলিকা এনে ব্যৱস্থা নেথাকে, তেওঁলোকক একেলগে ৰখা হয়, বিশেষ ধৰণৰ শিক্ষা দিয়া হয়,

তেওঁলোকক যান্ত্রিক কৰি পেলোৱা হয়, বাহিৰৰ কোনো বিচাৰ-ধাৰাই তেওঁলোকক স্পৰ্শ কৰিবলৈ নোপোৱাকৈ ৰখা হয়, তেওঁলোকৰ মনত যাতে কোনো বুদ্ধি-ভেদৰ সৃষ্টি হবলৈ নেপায় তাৰ ব্যৱস্থা কৰা হয়। কিন্তু আমাৰ ব্যৱস্থাত, পৃথিৱীত যি যি ধৰণৰ বিচাৰ ধাৰাৰ প্ৰবাহ চলে তাৰ কি কি প্ৰতিক্ৰিয়া সমাজৰ মনত হৈছে, সেই সকলোবোৰৰ বিষয়ে জাগ্ৰত আৰু স্বতন্ত্ৰ ভাবেৰে বিশ্লেষণ পূৰ্ব্বক চিন্তা কৰা, সেৱক সকলৰ কৰ্ত্তব্যই। কোনো বিচাৰ-ধাৰা গ্ৰহণ কৰিবৰ কাৰণে বা তাক পৰিত্যাগ কৰিবৰ কাৰণে তেওঁ সদায় মুক্ত। বৰং যদি তেওঁ কোনো মৌলিক কথাৰ লগত পৰিচিত নেথাকে তেন্তে তেওঁৰ সেইটো অমাৰ্জ্জনীয় দোষ বুলি ধৰা যাব। পৃথিৱীৰ কোনো জ্ঞানৰ পৰা তেওঁক বাঞ্চৎ কৰি ৰখাৰ কথা নাই বৰং জগতৰ সমস্ত জ্ঞানৰ লগত নিজে নিজক পৰিচিত কৰাৰ কথাহে আছে। তাতনো এই কমাণ্ডৰ কথা ক'ত উত্থাপন হব?

ধৰিলওক এটা অঞ্চলত কাম কৰি থকা সেৱক জনে নিজৰ অঞ্চলৰ কাৰণে বাহিৰৰ সহায় বিচাৰিছে। তেওঁ যদি কোনো সহায় আদি নিবিচাৰে তেন্তে কোনো প্ৰশ্নই নুঠে। তেতিয়া তেওঁ নিজেই অকল-শৰীয়া চৰ্দ্দাৰ, নিজৰ কাম কৰিব লাগিছে, তেওঁ নিজেই সমৰ্থবান। দেশত যদিও অশান্তিৰ ব্যৱস্থা চলিব লাগিছে, তাৰ লগে লগে শান্তিৰ ব্যৱস্থাও চলিছে—এই ভাবিয়েই গোটেই ভাৰত নিশ্চিন্ত মনেৰে বহি আছে, যেন চিন্তা কৰিবলগীয়া কোনো কথাই নাই। কিন্তু কোনোবাই যদি বাহিৰৰ পৰা সহায় বিচাৰে তেন্তে এনেকুৱা প্ৰসঙ্গ আহিব পাৰে, তেনে অৱস্থাত সহায় তৎক্ষণাৎ পঠিয়াব লাগে। তাত অকণো পলম কৰিব নেলাগে আৰু শ্ৰদ্ধানুসকল সহায় কৰিবৰ কাৰণে অতি সোনকালে সেই খিনি পাবগৈ লাগে। এইটো মই পৰিষ্কাৰ কৈ কব খুজিছো যে আনৰ ক্ষেত্ৰত গৈ আমি চিকিৎসক বুদ্ধিৰ ব্যৱহাৰ কৰিব নোৱাৰিম।

তাতৈ গৈ তাত যি জন সেৱকে কাম কৰি আছে তেওঁৰ কথাও মানিব লগাত পৰে, তেওঁৰ অনুকূল হব লাগে, কাৰণ তেওঁৰ সহায় কৰিব লাগে নহয়। এই নিমিত্তে তেওঁ শ্ৰদ্ধাৰে কাম কৰা হব লাগে আৰু তেওঁক আদেশ দি সেই ঠাইলৈ অতি সোনকালে পঠাব পৰা কোনো এজেন্সী থাকিব লাগে। সেই এজেন্সী য'দ কোনো ব্যক্তিৰ হয় তেন্তে অধিক শ্ৰদ্ধাস্পদ হব আৰু কোনো সমূহৰ হলেও অধিক শ্ৰদ্ধাস্পদেই হব, ইয়াৰ নিৰ্ণয় কৰিবলৈ মানুহৰ এতিয়াও বাকী আছে। বীৰ পূজা হব নেলাগে বুলি সাধাৰণতে কোৱা যায়। কিন্তু অবীৰ পূজা মুঠেই হব নোৱাৰে। যেতিয়ালৈকে বীৰ আহি সন্মুখত উপস্থিত নহয়হি, তেতিয়ালৈকে বীৰ-পূজা কৰিব নেলাগে বুলি আমি কৈয়েই থাকিম। আমি নিৰ্গুণ পূজক হে, সগুণ পূজক নহয় বুলি খুব অহঙ্কাৰ কৰোঁ। কিন্তু যেতিয়ালৈকে সগুণৰ সাক্ষাৎকাৰ নহয় তেতিয়ালৈকে ই চলিয়েই থাকে। যেতিয়াই সগুণ আহি আগত থিয় হয়হি, তেতিয়া আমি এনেকুৱা নিৰ্গুণবাদী দেখা যে নায়েইনে শুনাও নাই, যাৰ মুখ তাৰ আগত দেঁা নোখোৱাকৈ আছে। এনেকুৱা সকলো ক্ষেত্ৰতে হয়। এই কাৰণে অবীৰ পূজালৈ যিমান ভয় বীৰ পূজালৈ সিমান ভয় নাই। এনেকুৱা অবীৰৰ গুৰুত্ব সামূহিক আঁচনিৰ কাৰণে বাঢ়িব লাগিছে। মানুহ নিৰ্ব্বাচিত হয় আৰু তাৰ পদ্ধতি এনেকুৱা যে যি নিৰ্ব্বাচিত হবলগীয়া তেওঁ ক'ৰবাতে থাকে যি নিৰ্ব্বাচিত হব নলগীয়া তেওঁহে নিৰ্ব্বাচিত হয়। এই কাৰণে সামূহিক আঁচনি বিশ্বাস যোগ্যনে নাই কোনো শ্ৰদ্ধাবান ব্যক্তিহে বিশ্বাস যোগ্য, ইয়াক নিৰ্ণয় কৰিবলৈ সমাজৰ এতিয়াও বাকী আছে। যদি সামূহিক আঁচনিৰ দ্বাৰাইহে কোনো সিদ্ধান্তত উপনীত হোৱা যায় তেন্তে হয়তো বেছি স্ফূৰ্ত্তি পোৱা যাব, আমাৰ মনলৈ যদি বাস্তৱতে এই খিনিও ব্যক্তি নিৰপেক্ষতা আহে তেন্তে ভালেই। আমি ব্যক্তি নিৰপেক্ষ

অৱশ্যেই হব লাগিব। বিচাৰ-ধাৰাৰ ক্ষেত্ৰত বিচাৰ বিৰুদ্ধ ব্যক্তিৰ যদি কিবা প্ৰশ্ন উঠে তেন্তে তাত বিচাৰ ধাৰাই হে প্ৰধান হব, ব্যক্তিৰ কোনো মহত্ত্ব নেথাকিব। কিন্তু এঠাইত আছে বিচাৰৰ লগত ব্যক্তি আৰু আন ঠাইত আছে বক্তিহীন বিচাৰ, এনে ক্ষেত্ৰত, যিহেতুকে আমি নিজেই দেহ ধাৰী, এই কাৰণে তাত বিচাৰযুক্ত ব্যক্তি অৱশ্যে শ্ৰেষ্ঠ হবই। এতিয়ালৈকে সমাজৰ পৰিস্থিতি এনেকুৱাই। ভাৱষ্যতলৈ বিচাৰৰ নিষ্ঠা সকলো ঠাইতে বিয়পি পৰিব, ইজনে সিজনৰ লগত বিচাৰ বিমৰ্শ কৰিবৰেই আৱশ্যকতা নেথাকিব, তেনে অৱস্থাতহে সমাজ আগবাঢ়ি যাব পাৰিব। কিন্তু বৌদ্ধ ধৰ্ম্মতো তেওঁলোকে 'বুদ্ধং শৰণং গচ্ছামি'ৰ পৰাই প্ৰথম আৰম্ভ কৰিছে। আমি বুজিব লাগে যে এটা *Point* আছে, তাত মানুহৰ বুদ্ধিয়ে কাম নকৰে। এনেকৈ চালে বুদ্ধিয়ে বহুতো কাম কৰে আৰু বুদ্ধি যথেষ্ট বলৱানো। কিন্তু বিন্দু যেতিয়া উপস্থিত হয়, তাত বুদ্ধিয়ে কাম নকৰে; শ্ৰদ্ধাইহে কৰে। এই শ্ৰদ্ধাৰ যিটো তত্ত্ব সি বুদ্ধিৰ বিৰোধী নহয় বৰং সি বুদ্ধিৰ সহায়ক হে। এতিয়া প্ৰশ্ন হৈছে এইটোৱেই, যে এটা মধ্যবৰ্ত্তী *Agency* থিয় কৰিব লাগে, যি এই বুলি সূচনা দিব যে অমুক ঠাইলৈ অমুক তমুক দহজন মানুহ যাব লাগে। এই *Agency* ৰ যোগেদি আদেশ পোৱা মাত্ৰকে নিজৰ মহোবন কাটি কৰি থৈ নিজৰ পৰিয়ালকো পৰিত্যাগ কৰি ঢাপলি মেলিব লাগিব। ইয়াত বলিদান দিয়াটো ডাঙৰ কথা নহয়, কিন্তু পৰিয়ালক পৰিত্যাগ কৰাটো হলে যথেষ্ট টান আৰু পৰিয়ালৰ বেছি ভাগ মানুহেই হৈছে ঘৰৰ। নিজৰ নবজাত শিশুৰ জন্ম হবৰ মাত্ৰ ১২ দিন হৈছে, তাৰ মাক অসহায় অৱস্থাত শোৱা পাটীত পৰিয়েই আছে তেনে অৱস্থাতো যদি ওপৰৰ পৰা হুকুম আহে তেন্তে এই সকলোবোৰ এৰি যাবই লাগিব। শান্তি-সেনা হবলৈ প্ৰতিজ্ঞা লোৱা হৈছে যেতিয়া তেওঁ নিজক

বলিদান দিবই লাগিব। তেওঁ ইয়াৰ কাৰণে সাজু হৈ আছে বুলি ধৰি লব লাগিব। আৰু অন্তৰত সৰ্ব্বোদয় বিচাৰ পৰিপূৰ্ণ হৈ আছে এই কৰেণেই প্ৰেম পূৰ্ব্বক নিজক বলিদান দিবলৈ তেওঁ প্ৰস্তুত হৈছে বুলিও ধৰি লোৱা যাব। যদিও এই দুয়ো কথাই জটিল তথাপিও মানি লব পাৰি। কিন্তু আটাইতকৈ জটিল কথা হৈছে প্ৰিয়জনৰ বিয়োগ আৰু প্ৰতিষ্ঠাৰ কাৰণে তেওঁলোকক্ এৰি যোৱাৰ প্ৰসঙ্গ। আৰু আদেশ, *Command* হৈ তৎক্ষণাৎ যাবই লাগে।

'অমৃতানুভব'ৰ এটা বাক্য মই আপোনালোকৰ আগত দাঙি ধৰিব খুজিছোঁ। তাত জ্ঞানদেৱে গুৰুৰ বৰ্ণনা এই দৰে কৰিছে—"আতাং উপায় বন বসন্ত। আজ্ঞেচা আহে ৰ তন্ত।" গুৰুৰ স্বৰূপৰ বৰ্ণনা হৈছে এই যে উপায় ৰূপী বনৰ ই বসন্ত ঋতু। যেনেকৈ বসন্ত কালত গোটেই হাবি-বন ফল-ফুলেৰে জাতিষ্কাৰ হৈ উঠে সেই দৰেই গুৰুৰ বিদ্যমানে শিষ্যই সাধনাকে কৰিব লগা নহয়, সাধনা একেবাৰেই উৎকৰ্ষ হৈ উঠে। গুৰুৰ দৰ্শন তথা সহায়ৰ দ্বাৰাই সাধক সকলৰ সাধনা— উপায় প্ৰস্ফুল্লিত হৈ উঠে। ই হৈছে গুৰুৰ বৰ্ণনা। আৰু আনটো বৰ্ণনা হৈছে "আজ্ঞেচা আহে ৰ তন্ত।" আত্মাক স্ত্ৰী বুলি ধৰি লোৱা। এনেকৈ চালে "আত্মা শব্দ স্ত্ৰীৰ সৌভাগ্য-তন্ত বুলি ধৰি লোৱা হৈছে। ই হৈছে পুৰণি ভাষা, এই কাৰণে পুৰণি দৃষ্টিৰেহে ইয়াৰ ফালে চাব. আধুনিক দৃষ্টিৰে নেচাব। জ্ঞানদেৱে কৈছে যে গুৰু নেথাকিলে আত্মা বিধৱা হয়। পৃথিৱীত কাৰোৰে আদেশ নচলে, মাত্ৰ গুৰুৰ আদেশ হে চলে। কিয়নো গুৰুত আছে জ্ঞান, প্ৰেম আৰু সত্য, কিন্তু ক্ষমতা সমূলি নেথাকে। এই সকলোবোৰ য'ত একত্ৰিত হয় তাত আত্মাক উলঙ্ঘা কৰিব নোৱাৰি আৰু পৃথিৱীত আত্মা যদি ক'ৰবাত সৌভাগ্যৱতী হয় তেন্তে সেই গুৰুৰ কাৰণেই হয়। গুৰুৰ বাক্য যেনে

ভাবে পালন হয় তেনে ভাবে কোনো চৰকাৰেই আইন কৃতকার্য্যভাৱে পালন কৰাব নোৱাৰে আৰু কোনো সেনাপতিৰ হুকুমো তেনেভাবে পালন নহয়।

মই এইটোকেই কব খুজিছো যে মানুহে কোনো *Agency* ৰ দ্বাৰাই হে নিজৰ যথা সৰ্ব্বস্ব উছর্গা কৰিবলৈ প্ৰেৰণা পায়। এই কাৰণে শেষত কোনো শ্ৰদ্ধেয় ব্যক্তিৰ নাম লবই লগাত পৰে। ইয়াৰ অবিহনে শান্তি-সেনাৰ নামতো ক'তো কাৰোবে পৰা নিৰ্দ্দেশাদি নাহে।

এই খিনিতে এটা প্ৰশ্ন উঠে যে জীৱনত কেনেবাকৈ যদি এবাৰো হুকুম পালন কৰাৰ অভ্যাস হয়, তেন্তে তাৰ দ্বাৰাই তেওঁৰ মনলৈ এলাহ ভাব নাহিবনে আৰু ই জীৱনৰ অন্যান্য ক্ষেত্ৰতো স্পৰ্শ নকৰিবনে ? ভাবি চাব, সাঁতুৰিবৰ কাৰণে যদি আপোনাক এই নিয়মটো শিকাই দিয়া হয় যে সাঁতোৰোতে নৈত থিয় হব নেলাগে শুইহে দিব লাগে, তেতিয়া জানো আপোনাৰ শুই পৰাৰেই অভ্যাস হব ? পানীৰ যুঁৰলি পালেগৈয়ো পৰিয়েই থাকিবনে, থিয় নহব জানো ? শুই দিয়াৰ নিয়ম নৈৰ ভিতৰতহে, সীমাবদ্ধ হৈ থাকিব। পাৰ পালেগৈ থিয় হবই লাগিব। যাৰ গোটেই জীৱন স্বাধীন হব, তেৱেঁই হে শান্তি-সেনাৰ আজ্ঞাও পালন কৰিব পাৰিব, যি অজমূৰ্খ, আজ্ঞাবহ ভৃত্য, প্ৰতি কথাতে যাৰ মূৰ দোঁ খায় যি স্বাধীন চিন্তা মুঠেই নকৰে তেওঁ কেতিয়াও শান্তি-সেনাৰ আজ্ঞা পালন কৰিব নোৱাৰে। যাৰ দিনটোত পঞ্চাশবাৰ মূৰ দোঁ খায়, ভগৱানৰ আগত তেওঁৰ মূৰ দোঁ নেখায়। যি গোলামী মনোবৃত্তিক গোলামী কামত অভ্যস্ত তেওঁ এনে ধৰণৰ কামৰ সময়ত আদেশ পালন কৰিবলৈ অসমৰ্থ হব। শান্তি-সেনাক এই বুলিহে আদেশ দিয়া যাব যে অমুক ঠাইত গৈ কাম কৰা। ইয়াৰ মানে তাত গৈ

মৰিবলৈ কোৱা হ'লনেকি ? আপোনাক আদেশ দিয়া হব যে নিজৰ বুদ্ধি সম্পূর্ণ ভাবে খটুৱাই অনুগ্রহ কৰি যেন জীৱিত অৱস্থাতে ঘূৰি আহে। তাকে যদি কৰিব নোৱাৰে তেন্তে প্রাণ উছর্গা কৰাৰ প্রশ্ন উঠিব। আপোনাক এই বুলি কেতিয়াও আদেশ দিয়া নেযাব যে তালৈ গৈ ওচৰৰ কোনো নদী বা পুখুৰীত জাপ দি মৰক। য'ত কোনো সহায় আদি নিদিয়াকৈ, কোনো আয়োজন নকৰাকৈ আপোনাক কোনো এখন পাগল সমাজৰ মাজত এৰি দিয়া যাব তাত আপুনি নিজৰ বুদ্ধি আৰু স্বতন্ত্র বিচাৰৰ পৰা কাষ্ঠা কৰিব লাগিব। আপুনি প্রত্যুৎপন্ন-মতিৰ হব লাগিব, তাত কৰ্ম্ম কুশলতাৰ পৰীক্ষা হব, আপুনি যে যোগী এই কথাটো তেতিয়াহে সঁচানে মিছা প্রমাণ হব।

এই কাৰণে ইয়াত কোনো বিপদৰ আশঙ্কা কৰিব লগীয়া কথা নাই। "কমাণ্ড্" শব্দটো ভাষাতহে আছে কিন্তু সেই ভাষা বুজাবৰ কাৰণেহে ব্যৱহাৰ কৰা হয়। যীশু খৃষ্টই "কমাণ্ড" শব্দটো ব্যৱহাৰ কৰিছিল। অন্তিম সময়ত তেওঁ নিজৰ শিষ্য সকলক কৈছিল যে "তোমালোকে ইজনে সিজনক প্রেম অর্থাৎ মৰম চেনেহ কৰিবা।" *A New Commandment I have given to you,* এয়েই আছিল তেওঁৰ ভাষা। এতিয়া তাৰ অৰ্থ কি তালৈ মন কৰক। *Command* মাত্র এইটোৱেই যে মৰম কৰা। ই সম্পূর্ণৰূপে মৰমৰ পৰিভাষা। আমি কালিৰ ভাষণত নানকে ব্যৱহাৰ কৰা 'হুকুম' শব্দৰ ব্যাখ্যাও কৰিছোঁ। যি প্রসঙ্গত গুৰু, পৰমেশ্বৰ, সত্য এই তিনিওটাতে কোনো বিভিন্নতা নেথাকে, তেতিয়াই এই আটাইকেউটা পর্য্যায়ৰূপী হৈ পৰে। যেতিয়া এনেকুৱা নিষ্ঠা জন্মে তেতিয়া মানুহে নিজক আগবঢ়াই লৈ যাব পাৰে। এই কাৰণে শান্তি-সেনাৰ বিচাৰ স্বতন্ত্রতাত কোনো বাধা নজন্মে আৰু ৰেজিমেণ্টেচনৰো কোনো প্রশ্ন নুঠে।

ঠায়ে ঠায়ে নেতা তৈয়াৰ কৰিবৰ কোনো আৱশ্যক নকৰে। কিন্তু ঠায়ে ঠায়ে যদি গুৰু, পথ প্ৰদৰ্শক সহজে পোৱাটো কৰিব পৰা যায় তেন্তে ই দুঃখৰ কথা নাই সুখৰ তথা আনন্দৰ বিষয়হে হব। এনেকুৱা যদি পোৱা নেযায় তেন্তে বাৰু তেওঁৰ আৱশ্যকতাও নেথাকিব; কিন্তু যদি পোৱা যায় তেন্তে তাত ক্ষতি কি? *Reference* জাগিবৰ কাৰণে আপোনাৰ হাতত *Dictionary* ( অভিধান ) থাকিবই যেতিয়া তাৰ দ্বাৰা আপোনাৰ কোনো অসুবিধা নহব। সেই *Dictionary* খনে কোনটো শব্দ ব্যৱহাৰ কৰিব লাগে এইটো আপোনাক কৈ নিদিয়ে। তাৰ বিষয়ে চিন্তা আপুনিহে কৰিব লাগে। কিন্তু য'ত আপোনাৰ আৱশ্যক হব তাত তাক *refer* কৰা যাব। সেই দৰেই যদি কোনো নেতা থাকে তেন্তে তেওঁৰ পৰাও তৎক্ষণাৎ জানিব লগীয়া কিবা কথা আছে বুলি ধৰি লব লাগে। শান্তি-সেনাৰ কামত আপোনালোকক মাত্ৰ দুটা শব্দ কোৱা যাব—"তালৈ যাওক।' তাৰ বাহিৰে আন কোনো নিৰ্দ্দেশ দিয়া নেযাব। কোনো বুদ্ধি পৰামৰ্শৰ সহায়ো আপোনালোকে নেপাব। তাত যিমান খিনি বুদ্ধিৰ আৱশ্যক হব তাক আপোনাৰ অন্তৰৰ পৰাই উলিয়াব লাগিব নহলে কোনোবা হয়তো এই বুলিয়েই শান্তি-সেনা হব যে তাত চিন্তা কৰিবলগীয়া কোনো কথাই নাই। কি কৰিব লাগে বাবাইতো নিৰ্দ্দেশ দিয়েই থাকিব। যি এই দৰে ভাবে তেওঁ ভালকৈ বুজাই নাই। আপোনাৰ বুদ্ধি সম্পূৰ্ণভাবে খটুৱাটো আপোনাৰ দায়িত্ব হব। হনুমানক যেনেকৈ লঙ্কালৈ পঠোৱা হৈছিল, সেই দৰেই আপোনাকো একেবাৰেই অকলশৰীয়া কৈ পঠোৱা হব। তুলসীদাসে লিখিছে যে "ঠায়ে ঠায়ে হনুমানে অতি ক্ষুদ্ৰ ৰূপ ধাৰণ কৰিছিল। তেওঁৰ ৰূপ আগৰে পৰাই বিশালেই আছিল, কিন্তু তেওঁ তাক প্ৰকাশ নকৰি ক্ষুদ্ৰ ৰূপ টোহে প্ৰকাশ কৰিছিল। সময় বুজি ক্ষুদ্ৰ ৰূপ ধাৰণ কৰাটো

বুদ্ধিমানৰ লক্ষণ, তেনে বুদ্ধি আপোনাৰো থাকিব লাগিব। তাৰ পিচত আপোনাৰ প্ৰতি সহানুভূতি ৰাখোঁতা বিভীষণক বিচাৰিব লাগিব, যাতে তাক থোঁপনি পুতি লব পৰা যায়। শান্তি-সেনাৰ গোটেই-বোৰ প্ৰক্ৰিয়াই, হনুমানৰ প্ৰক্ৰিয়াৰ নিচিনা। এই দৰেই অতি দক্ষতাৰে সৈতে কাম কৰি যাব লাগিব। সেই কাম সৈনিকৰ বুদ্ধিৰ দ্বাৰাই হে হব, কিন্তু য'ত বুদ্ধিয়ে কাম নকৰা হয়, বিপক্ষ দলৰ বুদ্ধিৰ ওপৰত জড়তাৰ চামনি বান্ধে, এনেকুৱা অৱস্থাত প্ৰাণ উছৰ্গা কৰিব লগা হলে কৰিবও লাগিব। ইয়াৰ ফল স্থূল ৰূপত পোৱা যাবনে নেযায়, এইটো চিন্তা কৰিবৰ আৱশ্যক নকৰে। সি পৰমেশ্বৰৰ অঁাচনিত থাকিবই। কেৱল বলিদানৰ ফল পোৱা নেযায়, কিন্তু শুদ্ধ বলিদানৰ ফল অচিৰে পোৱা যাব।

## স্পষ্টীকৰণ

প্ৰশ্ন :—(১) শান্তি-সেনাৰ বিষয়ে আপুনি কালি যি কলে সেইটো মোৰ মনত খাপ নেখালে। আজি-কালি আমি বিচাৰ-শাসনৰ লগত কৰ্তৃত্ব বিভাজনৰ কথা শুনিলো, এতিয়া আচাৰ-সংযমৰ কথাও শুনিছোঁ, তেনেহলে কৰ্তৃত্ব-বিভাজন আৰু আচাৰ-সংযম দুয়োটা একেইনে কি? (২) কালি আপুনি সৰ্ব্বোচ্চ আজ্ঞাধিকাৰীৰ কথা শান্তি-সেনাৰ ক্ষেত্ৰত হে ক'লে, ভৱিষ্যত কাৰ্য্যক্ৰমৰ বিষয়ে নকলে যেন মোৰ অনুমান হৈছে। কিন্তু আমাৰ ভিতৰৰ কোনোবাই কোৱা হ'লে, সকলো কামতে সৰ্ব্বোচ্চ আজ্ঞাধিকাৰ লোৱাৰ বৃত্তি আমাৰ হয় বুলি আমি নিশ্চয় ভয় কৰিলো হেঁতেন, যদিও আপুনি নিদিলেহেঁতেন। (৩) শান্তি-সেনাত উপ-অধিকাৰী ওৰাবিছ্‌ৰ প্ৰশ্নও কমাণ্ডৰ লগত জড়িত আছেনে কি? (৪) হিংসামূলক ঘটনা প্ৰতিৰোধ কৰিবলৈ যাওঁতে কেন্দ্ৰীকৰণ আদি যিবোৰ দোষ সেই হিংসাত্মক ঘটনাৰ সৃষ্টি কৰিছে, ঠিক তেনেধৰণেৰে কেন্দ্ৰিত পদ্ধতিও

আমি গ্ৰহণ কৰিব লাগিব নে কি? অহিংসক হ'লেও আমি কি সেনাকে গঠন কৰিব লাগিব? (৫) সেনাপতি আপুনি নিজে-নিজেই হবনে নাই আমি সকলো লগ লাগি পাতি লব লাগিব? আপুনি আপোনাৰ ভাষণ দিওঁতে ভগৱানৰ নাম লৈছে। তাকেই আমি *Saving grace* বুলি ভাবিছোঁ। ভগৱানে আপোনাক সেনাপতি নেপাতিব যেনহে লাগিছে দেখোন।

উত্তৰ:—আপুনি বৰ ভাল প্ৰশ্ন সুধিছে। কালিৰ ভাষণৰ আগত কিম্বা পাচত এনেকুৱা প্ৰশ্ন নোসোধা হলে আমি ভাবিলো হেঁতেন যে আমাৰ আগত কিছুমান মৃত বস্তুহে থিয় হৈ আছে।

## হিংসাত শ্ৰদ্ধা কিয়?

আমি শাসন মুক্ত সমাজৰ লক্ষ্য সম্মুখত ৰাখিছোঁ। য'ত শাসন মুক্ত সমাজ হব তাত তেওঁলোক শান্তি-সেনা মুক্তও হব। তাত সেৱক শ্ৰেণীহে থাকিব। একো একো ঠাইত প্ৰতি ঘৰৰ মানুহে কেতিয়াবা কিবা ভুল কৰিলে, তাৰ শাস্তি নিজেই বহন কৰিবলৈ সাজু হৈ থাকিব। বাপেকে যদি কিবা ভুল কৰে তেন্তে সেই ভুলৰ পৰিণাম পুতেকে ভোগ কৰিব। বাপেকে পুতেকৰ তত্বাৱধান লব আৰু পুতেকে বাপেকৰ। ওচৰ-চুবুৰীয়াই, ওচৰ-চুবুৰীয়াৰ তত্বাৱধান লব, এখন গাৱেঁ আনখন গাৱঁৰ তত্বাৱধান লব। এই দৰেই যেতিয়া নিজৰ নিজৰ ঠাইৰ মানুহে নিজৰ নিজৰ তত্বাৱধান লবলৈ ধৰিব তেতিয়া শান্তি-প্ৰতিষ্ঠাৰ কাৰণে আঁতৰৰ পৰা কোনো কলৈকো যাবও লগা নহব আৰু আমিও লগা নহব। সেই অৱস্থাটোকে আমি আনিব খুজিছোঁ। এই-দৰেই আমাৰ এটা দিশ হৈ উঠে। কিন্তু আমি বুজা উচিত যে আজি হিংসাৰ শক্তি সমূহ যথেষ্ট অনিষ্ট কাৰক বুলি পৰিষ্কাৰ ভাবে জনা সত্বেও সুৰক্ষক বুলি কিয় মানি লোৱা হৈছে? আমি যাৰ যাৰ

লগত কথা হৈছোঁ। তেওঁলোকক সোঁধো যে আজিৰ পৰিস্থিতিত সমস্যা সমাধান কৰিব পৰা কিবা বস্তু, হিংসা-শক্তিত আছেনে নাই? তেতিয়া প্ৰত্যেকেই কয় যে ইয়াত তেনে একো বস্তু নাই। তথাপি যেতিয়াই ৰক্ষাৰ প্ৰশ্ন উঠে তেতিয়াই হিংসা দেৱীৰেই হে আশ্ৰয় লবলৈ ইচ্ছা প্ৰকাশ কৰে। ইয়াৰ কাৰণ কি? এই বিষয়ে আমি ভাবিব লাগে।

## শব্দলৈ ভয় কৰিব নেলাগে

শব্দ প্ৰয়োগলৈ বেছি ভয় কৰিবৰ কোনো আৱশ্যক নকৰে। কোনো কথা বুজাবলৈহে শব্দৰ প্ৰয়োগ কৰা হয়। তাৰ অৰ্থ যদি আমি ঠিক মতে বুজোঁ তেন্তে শব্দ শক্তি বিকশিত হবই। দেশলৈ কিছুমান শব্দ বীৰ পৰম্পৰাৰ পৰা আৰু কিছুমান সাধু পৰম্পৰাৰ পৰা অহা। সাধু-পৰম্পৰাৰ পৰা অহা শব্দবোৰত তাৰ ছাঁয়া হিচাপে শব্দ-ছাঁয়া, শব্দৰ অৰ্থৰ ছাঁয়া থাকে। অৰ্থ ছাঁয়া হিচাপে তাত দুৰ্ব্বলতাও দেখা যায়। নম্ৰতা, দীনতা, লীনতা, নিৰহঙ্কাৰিতা, শূন্যতা, অনাক্ৰমণশীলতা, শৰণতা, নিজৰ কাৰণে তুচ্ছতা, আত্মনিন্দা ইত্যাদি শব্দৰ ব্যৱহাৰ সাধুসকলে সদায় কৰে। তাৰ যোগেদিয়েই ভাল ভাবৰ লগত বেয়া ভাবো, দুৰ্ব্বলতা দেখুৱা ভাবো প্ৰকাশ হয়। বীৰ পৰম্পৰাৰ পৰা অহা শব্দবোৰতো ভাল ভাবৰ লগে লগে বেয়া ভাবো প্ৰকাশ পায়। আক্ৰমণকাৰিতা, অহঙ্কাৰ, অস্মিতা, সত্তা, মানুহৰ ওপৰত জাপি দিয়াৰ বৃত্তি আদি, ভাব, শৌৰ্য্য, ধৈৰ্য্য, বীৰ্য্য, পৰাক্ৰমৰ লগে লগেই আছে। এই দুয়োটা পৰম্পৰাৰে পৰা প্ৰাপ্ত হোৱা শব্দ আমাৰ কাৰণে অতি পৱিত্ৰ বুলি ধৰি লব লাগে। যদি আমি ইয়াৰ ভিতৰৰে কোনো পৰম্পৰাৰ শব্দ ভাঙিব খোজোঁ, তেন্তে চৰাইৰ যেনেকৈ দুটা ডেউকাৰ এটা ভাঙি দিলে উড়িব নোৱাৰে, ঠিক সেই একে অৱস্থাই ইয়াৰো হব। যদি কেনেবাকৈ দুয়োটা ডেউকাই

ভাগে তেন্তে সি একেবাৰেই উড়িব নোৱাৰা হব। আমাৰ বিচাৰ শাস্ত্ৰৰ এই দুয়োটা ভেউকা, 'মহাবীৰ মানে সম্পূৰ্ণৰূপে অহিংসাক মানোতা, জৈন ধৰ্ম্মালৰী। আৰু দ্বিতীয়জন হৈছে ৰাক্ষস কুল সংহাৰ কাৰী মহাবীৰ হনুমান। 'মহাবীৰ' এই সংজ্ঞা শব্দটো সংস্কৃতত মুঠেই দুঠাইত ব্যৱহাৰ কৰা হয়, এক হৈছে জৈনসকলৰ তীৰ্থঙ্কৰ আৰু দ্বিতীয় হৈছে ৰামায়ণৰ অধিষ্ঠাতা-আৰ্য্য হনুমান। এটা হৈছে বীৰ পৰম্পৰাৰ আৰু আনটো হৈছে সাধু পৰম্পৰাৰ। কিন্তু দুয়ো ভক্ত শিৰোমণি। তেনেহলে এতিয়া বীৰ শব্দটোক দুৰ্ব্বল বুলি ধৰা হবনে কি? এই কাৰাণে 'কমাণ্ড' শব্দলৈ আপোনালোকে ভয় কৰিব নেলাগে। যি শব্দলৈ ভয় কৰে তেওঁলোকে ভয় নিৰ্ভয়তাক হেৰুৱাব লাগিব। আপোনালোকে আপোনালোকৰ নিৰ্ভয়তাৰ ব্ৰত পালন কৰিব লাগিব শব্দলৈ ভয় কৰাটো ঠিক নহব।

## কমাণ্ডৰ অৰ্থ

দ্বিতীয়তে, বাবাই কোনো কথা কলে অবাক্ত ভাবেহে কয়, ব্যক্তিগত ভাষাত কেতিয়াও নকয়। মনত ৰাখিব এইজন মানুহে পদ-যাত্ৰা সতকাই নেৰে। ধৰিলওক, কোনো এঠাইত ভয়ানক দুৰ্ঘটনা ঘটিছে সেই সম্পৰ্কে বাবাক সুধিলে তেওঁ কব যে সত্যাগ্ৰহৰ পৰম্পৰাত উপবাস আদিও পৰে, কিয়নো তাৰ সম্বন্ধ নিজৰ আত্মা পৰ্য্যন্ত থাকে। ব্যাপক আত্মালৈ আহিলে পাপৰ দায়িত্ব নিজৰ ওপৰতেই পৰে। গতিকে সেই পাপ ধুই পেলাব লগা হয়। অন্তিম অনশন আদিৰ কথা হিংসাৰ বিৰোধে ক'ৰবাত নহয় ক'ৰবাত মূৰ দাঙি উঠিব পাৰে। কাৰণ অহিংসাশাস্ত্ৰত ইয়াৰ সুব্যৱস্থিত স্থান আছে। আৰু তাক বাবাই মঞ্জুৰো কৰিছে। কিন্তু বাবাৰ হলে নিজৰ স্বভাৱ এনেকুৱা যে পৃথিৱীত যিমানেই হত্যা আদি নচলক লাগে বা তাতোকৈয়ো যদি আৰু কিবা ভয়ানক কাম চলে তথাপি

তেওঁ দিনে তিনিবাৰকৈ খাই থাকিবই। কোনো ঘটনাৰেই প্ৰভাৱ বাবাৰ ভোজনৰ ওপৰত নপৰিব। এইটো এই কাৰণেই হব যে বাবাই প্ৰথানকৈ বেদান্ত শিকিছিল, তাৰ পিচতহে অহিংসা। গান্ধীজীয়ে যি অহিংসা শিকাইছিল সি শেহতীয়া হ'ল, তাৰ আগতে বেদান্ত শিক্ষা হৈছিল। বাবাৰ মনত সদায় এই কথাটোৱে জাগৃত হৈ আছে যে দেহ যেতিয়াই পৰি নেযাওক লাগে, তাত কোনো আপত্তি নাই। এই কাৰণে তেওঁৰ ছুঃখ বেজাৰ একেবাৰেই নেথাকিব। তাৰ পিচত বাবাক সোধা হব যে *Command* হাতত লোৱাৰ অৰ্থ কি, তেতিয়া বাবাই কব যে ইয়াৰ অৰ্থ সুবিধা বুজি অন্তিম অনশনৰ দায়িত্ব বহন কৰা। কিয়নো এনেকুৱা পৰিস্থিতিত অন্তিম অনশনৰ বাহিৰে অন্য উপায় নাই, এনে সুযোগ ওলাব পাৰে। কোনো পাপৰ ভাগী হোৱাটো বাবাৰ স্বভাৱৰ পৰিপন্থী। তথাপি বাবাই তাৰ দায়িত্ব লয়, কিয়নো পৰিস্থিতিত এনে কিছুমান গম্ভীৰতা থাকে যাৰ বাবাই নিজৰ স্বভাৱৰ বিৰুদ্ধে দায়িত্ব বহন কৰিবলৈ তেওঁ অব্যক্ত আৰু অপ্ৰত্যক্ষ ভাবে প্ৰস্তুত হৈ উঠে।

## উপনেতা

আমি যেতিয়া অনুশাসনৰ কথা কওঁ, সি যে অকল শান্তি-সেনাৰ কামতেইহে সীমাবদ্ধ থাকিব, তাত কোনো সন্দেহ নাই। যদি কাৰবাৰ সন্দেহ ওপজেও তেন্তে তাক দূৰ কৰিব লাগে। এজন প্ৰধান কমাণ্ডাৰ থাকিব তাক বাৰু বুজিলোঁ, মাজত আৰু কোনোবা থাকিব নেকি? এই প্ৰশ্নৰ উত্তৰত কব খোজো যে, হয় থাকিব আৰু বৰ্ত্তমান আছেও। নিজৰ নিজৰ দল উলিয়াই কাৰখানাৰ কাৰণে সাজু হোৱাৰ কথা ওলাল। অহিংসাৰ কমাণ্ডত নিজক আত্মাহুতি দিয়াৰ বাহিৰে; আন কোনো কমাণ্ড নাহে। বাকীবিলাক যদিও ক্ষুদ্ৰ তথাপি তাৰো আৱশ্যকতা আছেই।

এই কাৰণেই কমাণ্ড শব্দটো ব্যৱহাৰ কৰা হৈছে। সক বা ডাঙৰ যেনেকুৱা কমাণ্ডেই নহওক লাগে তাৰ প্ৰথম কাম হৈছে নিজক বলিদান দিয়া। ইয়াৰ বাহিৰে যিবোৰ কমাণ্ড কৰিব লাগিব তাৰ বিৱৰণী মই এতিয়া দিম।

## শ্ৰদ্ধাৰ মহিমা

হিংসাৰ ৰক্ষণ শক্তি কোনটো বস্তুত থাকে, এইটোৱেই হৈছে আমাৰ আগত প্ৰশ্ন। কোনো ঠাইত যদি বিপদ উপস্থিত হয় তেন্তে তাত ফৌজ থিয় কৰোৱা শক্তি তথা সংগঠন, হিংসা শক্তিৰ আছে। দহ হেজাৰ লৈকে মানুহ তেওঁলোকে তাত থিয় কৰাব পাৰে। অহিংসাত যদি তেনেকুৱা শক্তি নেথাকে তেন্তে কি কৰা যাব? কালি দাদা ধৰ্ম্মাধিকাৰীৰ লগত আলোচনা কৰি আছিলোঁ। তেওঁ সুধিলে যে আদেশ দিলেই জানো বলিদান দিবলৈ সাজু হ'ব? হ'ব বুলি যদি ধৰিও লোৱা যায় তেন্তে আদেশৰ এনেকুৱা শক্তি আছেনে—যাৰ দ্বাৰাই প্ৰভাৱিত হৈ মানুহে নিজৰ প্ৰাণৰ তুচ্ছ ভাবি বলিদান কৰিবলৈ আগবাঢ়ি আহিব? আৰু সেই বলিদানত তেওঁৰ অন্তৰ প্ৰেমৰ দ্বাৰাই পৰিপূৰ্ণ হৈ থাকিবনে? কালিৰ ব্যাখ্যানত আমি সাধাৰণ প্ৰেমৰ কথা কোৱা নাছিলো, মাতৃ-বাৎসল্যৰ কথাহে কৈছিলোঁ। ককাই-ভাই, বন্ধু-বান্ধৱৰ ভিতৰতো অৱশ্যে পৰস্পৰে পৰস্পৰক ৰক্ষা কৰে; কিন্তু আমি মাতৃ-স্নেহলৈহে আশা ৰাখিছোঁ। তাৰ কাৰণে আমি যিটো উদাহৰণ দিছিলো তাত কোৱা হৈছিল যে বিপক্ষৰ মানুহে মূৰত মাৰ মাৰিলে আমি আমাৰ মূৰটো কেনেকৈ ৰক্ষা পৰে তাৰ কাৰণে নেভাবি, মাৰোতাজনৰ হাতে যাতে কষ্ট নেপায় তাৰ কাৰণেহে ভাবিব লাগে। কওঁতে আমি ইমান খিনিলৈকে কলোঁ। এতিয়া প্ৰশ্ন কৰা, হৈছে যে এই গোটেই কাম জানো আদেশৰ দ্বাৰাই হব? ইয়াত আমাৰ উত্তৰ এই-

টোৰেই হব যে স্বতন্ত্ৰ চিন্তাৰ দ্বাৰাই এইবিলাক হোৱাৰ যিমান সম্ভাৱনা আছে, তাতকৈ কোনো গুণেই কম সম্ভাৱনা আদেশৰ দ্বাৰাই হোৱাত নাই। যিটো কাম প্ৰভু ৰামচন্দ্ৰই জ্ঞানৰ দ্বাৰাই কৰিব পাৰে, ঠিক তেনেকুৱা প্ৰাণবান কামক হনুমানেও শ্ৰদ্ধাৰ দ্বাৰাই কৰিব পাৰে। বিশল্যকৰণী আনিবলৈ হনুমানক কোৱা হ'ল। হনুমানে গোটেই পাহাৰ-টোকে তুলি আনি আগত দি দিলেহি আৰু ক'লে—"বিশল্যকৰণী ক'ত আছে চাই-চিতি লোৱা। তাৰ পিচত মই আকৌ পাহাৰটো আগৰ ঠাইত থৈ আহিম গৈ, কাৰণ মোৰটো এই বিষয়ে জ্ঞান নাই।" তেওঁ গোটেই ঔষধৰ ভঁৰালটোকে 'মেটেৰীয়া মেডিকা' আনি দিছিল। সঞ্জীৱনী পৰ্ব্বত আনি থিয় কৰিছিলহি। তেওঁৰ শ্ৰদ্ধা ইমান অপূৰ্ব্ব আছিল যে তাৰ কাৰণে ৰামায়ণত ৰামৰ যিমান মহিমা, সিমান মহিমাই তেওঁৰ দাসৰ, অৰ্থাৎ হনুমানৰো আছিল। এই কাৰণেই আদেশৰ দ্বাৰাই এই কাম হব নোৱাৰে বুলি মোৰ অকণো বিশ্বাস নহয়। এতিয়া সেই আদেশ কোনে কৰিব আৰু কাক কৰিব, ইত্যাদি প্ৰশ্ন উঠিব পাৰে।

## ধূমেনাগ্নিঃ

ইয়াত বিচাৰ-শাসন, স্বতন্ত্ৰতা আদিৰ ওপৰত আক্ৰমণ হব। সি প্ৰথমে শান্তি-সেনাতেহে সীমাবদ্ধ হৈ থাকিব, কিন্তু কালিলৈ হয়তো অন্যান্য ক্ষেত্ৰতো প্ৰযোজ্য হব পাৰে, এনে ধৰণৰ শঙ্কা কৰা হৈছে। এনেকৈ ভয়ে ভয়ে কাম কৰিলেনো জীৱনত কাম কেনেকৈ চলিব? ভগৱানে গীতাত কৈছে যে "সহজং কৰ্ম কৌন্তেয় সদোষমপি ন ত্যজেৎ। সৰ্বা-ৰম্ভা হি দোষেণ ধূমেনাগ্নিৰিবাবৃতাঃ।"—সহজ প্ৰাপ্ত কৰ্ম্ম দোষযুক্ত হ'লেও কৰিব লাগে। কিয়নো অগ্নিৰ লগত ধোঁৱা থাকেই। সকলোৰে আৰম্ভণিতে বিপদ থাকেই। ভাব-ধাৰাত স্পষ্ট হব লাগে। এই আদেশ

আছি যে দিয়া হৈছে সেই বিলাক ক'ত থাকিব, আৰু তাৰ ক্ষেত্ৰ কি হ'ব। যদি মই কাৰবাক কওঁ যে এই কুৰঁাটোত পৰি মৰি যোৱাঁ তেনেহ'লে হয়তো শ্ৰদ্ধাৰ খাতিৰত কোনোবাই এই আদেশ পালন কৰিবও। কিন্তু আমি এইটো কাকো ক'ব নোৱাৰোঁ যে অমুক কথাটো জ্ঞান বুলি ধৰি লোৱা, অথচ তাত জ্ঞান নাই। জ্ঞান সম্বন্ধে কোনো আদেশ থাকিবই নোৱাৰে। তাৰ মানে ই একেবাৰেই অসম্ভৱ কথা। ইচ্‌লামে কৈছিল যে "লাইকৰাহফিদ্দীন" ধৰ্ম্মৰ ক্ষেত্ৰত কোনো বল চলিব নোৱাৰে। ভাব ধাৰাৰ ক্ষেত্ৰত পৰিপূৰ্ণ স্বতন্ত্ৰতা থাকিব লাগে ই সৰ্ব্বোদয় সমাজৰ বৰ ডাঙৰ গুণ। আমি তালৈ কোনো দ্বেষ আদি আহিবলৈ নিদিওঁ আৰু নাহেও। ক'ৰবাত যদি কেনেবাকৈ আহে তেন্তে বুজিব লাগিব যে ইয়াত দুই-এজন মানুহ মূৰ্খ আছে। তাৰ দ্বাৰাই সৰ্ব্বোদয় সমাজৰ ভাব ধাৰাৰ কোনো পৰিবৰ্ত্তন নহয়।

## ৰক্ষাকাৰিণী অহিংসা

মই কৈছিলোঁ যে কোনো এঠাইত শক্তি একত্ৰিত কৰিবলৈ যি খিনি সুবিধা হিংসাত আছে সেই খিনি যদি অহিংসাত নেথাকে তেন্তে আজি অহিংসাই কাম কৰিব নোৱাৰিব। শেষলৈকে যদি এনেকুৱা প্ৰসঙ্গ নাহে অৰ্থাৎ সমাজৰ মানসিক ভৌতিক আৰু সামাজিক পৰিবৰ্ত্তন হৈ অতাইছে তেনে অৱস্থাত এই প্ৰশ্নটোৱেই নুঠে। কিন্তু আজি যেতিয়া সমস্যা আমাৰ আগত বিদ্যামান আছেই তেনে অৱস্থাত হিংসুক সকলে একেবাৰেই হেজাৰ লাখ লাখ মানুহ একত্ৰ কৰিব পাৰে আৰু যদি আমি সেই দৰেই লাখ লাখ মানুহক একত্ৰ কৰিব নোৱাৰোঁ তেন্তে অহিংসা, ৰক্ষাকাৰিণীও হ'ব নোৱাৰিব, মাত্ৰ জীৱনলৈ অলপ মাধুৰ্য্য হে আনিব পাৰিব।

## ষষ্ঠবিধ নিষ্ঠা কিয় লাগে

এজনে প্ৰশ্ন কৰিছে যে পঞ্চবিধ নিষ্ঠা পালন কৰা লোক-সেৱক সকলেই জানো যথেষ্ট নহয়? তেওঁলোক থাকোঁতে আকৌ শান্তি-সেনাৰ কি প্ৰয়োজন? এই প্ৰশ্নটোৱেই শান্তি-সেনাৰ মূল তত্ত্বতেই প্ৰহাৰ কৰিছে। ইয়াৰ উত্তৰত মই কওঁ যে এনেকুৱা বহুতো কাম আছে, য'ত অলপ অলপ হ'লেই কামত নহা হয়। নেপোলিয়নক যেতিয়া সোধা হৈছিল যে ৱটাৰলুৰ যুদ্ধত আপোনাৰ পৰাজয় কিয় হ'ল, তেতিয়া তেওঁ কৈছিল যে মার্চেলে সাত মিনিট পলম কৰিছিল. সেই কাৰণেই ৱাটাৰলু যুদ্ধত মোৰ পৰাজয় হ'ল। অতীজৰে পৰা আমাৰ এনেকুৱা হৈ আহিছে যে অমুক ঠাইলৈ, অমুক সৈন্য অমুক সময়ত আহিব, কিন্তু তেওঁলোক আহি পাওঁতে সাত মিনিট পলম হয়। অৱশ্যে এনেকুৱা প্ৰতিশব্দৰ অৰ্থ লবৰ আৱশ্যক নকৰে। কেতিয়াবা এনেকুৱা ঠেকাত পৰা যায় যে সৈন্য তৎক্ষণাৎ পঠাবই লাগে। এই নিমিত্তেই কামাও শব্দটো ব্যৱহাৰ কৰা হৈছে। এতিয়া আপোনা-লোকে যিমান সৌম্য অৰ্থ কৰিব পাৰে কৰক।

প্ৰশ্ন:—বোম্বাইত শান্তি-সেনা প্ৰতিষ্ঠা কৰাৰ সম্পৰ্কে আপুনি কি পৰামৰ্শ দিব খোজে?

উত্তৰ:—বোম্বাইত কমেও এহেজাৰ শান্তি-সেনা গঠন কৰিব লাগে তেওঁলোকে নিজৰ নিজৰ ক্ষেত্ৰৰ মানুহবোৰৰ দুঃখৰ কাৰণবোৰ জানি লৈ তাক দূৰ কৰিবলৈ চেষ্টা কৰিব। এওঁলোক আমাৰ সেৱক আৰু আমি এওঁলোকৰ পৰা যি কোনো কামকে আদায় কৰি লব পাৰো বুলি মানুহে উপলব্ধি কৰিব পাৰিব লাগে। আমি দুই প্ৰকাৰৰ দুঃখৰ ফালে মনোযোগ দিব লাগিব। এটা হৈছে শাৰীৰিক দুখৰ নিবাৰণ অৰ্থাৎ ৰোগী শুশ্ৰূষা আৰু দ্বিতীয়টো হৈছে আধ্যাত্মিক অৰ্থাৎ মানসিক

দুখ নিবাৰণৰ কাৰণে প্ৰতি ঘৰতে আধ্যাত্মিক সাহিত্য প্ৰচাৰ কৰা বা দিয়া। কোনোবাই যদি চিন্তা কৰোঁতে কিবা অসুবিধা পায় তেন্তে তাক দূৰ কৰিবৰ কাৰণে তেওঁৰ লগত আলোচনা কৰিব লাগে আৰু তেওঁক সেই সম্বন্ধীয় সাহিত্য দিব লাগে। এই দুবিধ দুখৰ ফালেহে আমি মনোযোগ দিব লাগে। এনেকৈ চালে মানুহৰ দুখ বহুতো প্ৰকাৰৰ থাকে। আমি সেই আটাইবোৰলৈকে চকু দিবৰ আৱশ্যক নকৰে।

মহীশূৰ
২৭-৭-'৫৭

## হিংসাৰ উত্থানৰ প্ৰতিৰোধ কেনেকৈ কৰা যাব : ১৮ :

আটাইতকৈ ডাঙৰ কথা হৈছে এইটোৱেই যে হিংসাৰ এটা বা-বতাহ চাৰিওফালে বিয়পি পৰিছে আৰু হিংসাৰ দ্বাৰাই কিবা কাম হব পাৰে বুলি মানুহৰো বিশ্বাস হৈছে। কিছু কাম অৱশ্যে হয়। এনেকুৱা কাম আগতো হৈছিল আৰু এতিয়াও হৈছে। কিন্তু এনে ধৰণেৰে হোৱা কামৰ কোনো মূল্য নাই আৰু সি যদি কেনেবাকৈ হয়ো তেন্তে তাৰ দ্বাৰাই দেশৰ হানি হে হব। এই সকলো বিলাকেই অহিংসাৰ বিচাৰ শ্ৰেণীত পৰে। আজি কালি অহিংসাৰ বিচাৰ শ্ৰেণীৰ খণ্ডণ বৰ জোৰেৰে চলিব ধৰিছে। মুখৰে কওঁতে সকলোৱেই অহিংসাক মানে। কিন্তু বাস্তৱত আজি ভাৰতবৰ্ষৰ পৰিস্থিতি, মানসিক গতি-বিধি বৰ অস্থিৰ। গান্ধীজীয়ে যি শ্ৰদ্ধা স্থাপিত কৰিছিল, সি আজি দুই প্ৰকাৰেৰে নোহোৱা হৈ যাব ধৰিছে। কিছুমানে সেই শ্ৰদ্ধাক একান্তী বুলি ভাবি এৰি

দিব ধৰিছে আৰু কিছুমানে তাৰ উচিত ব্যৱহাৰিক অৰ্থকে কৰিছে। কিন্তু তাক অকল আমিয়েইহে পালন কৰিছোঁ বুলি ভাবি তেওঁলোকেও তাক এৰি পেলাইছে। এৰিছে যদিও তেওঁলোকে এইটো বুজিছে যে আমি গান্ধীজীৰ বিচাৰ-ধাৰা ব্যৱহাৰৰ অনুকূল অনুকৰণ কৰিছোঁ। বাইবেল প্ৰচাৰৰ কাহিনী মোক নায়কমজীয়ে কৈছিল। প্ৰতিজন বগুৱা চিপাহীৰ হাততেই বাইবেল থাকে। তাকতো ভাও ধৰা বুলি এতিয়া কব নোৱাৰি। যুদ্ধ হৈছে ৰাষ্ট্ৰৰ আহ্বান। ৰাষ্ট্ৰয়ো যুদ্ধৰ আৱশ্যকতা আছে বুলি ধৰি লোৱা হৈছে। এই কাৰণে অতি দয়ালু মানুহো তাত ভৰ্ত্তি হয়। এফালেদি তেওঁলোকে বাইবেল পায়, আনফালেদি বুজিছে যে ফৌজত ভৰ্ত্তি হোৱাটোও কৰ্ত্তব্যৰ ভিতৰতে পৰে। তেওঁ-লোকে মানে যে যিশুখৃষ্টই যি উদ্দেশ্যেৰে আমাক প্ৰতিকাৰৰ কথা কৈছিল, সেই অনুসৰিয়েই আমি তাৰ প্ৰতিকাৰ কৰিব লাগে। অৰ্থাৎ এইদৰেই আজি যিশুখৃষ্টৰ কাম আজি নহলেও কালিলৈ সংসাৰত পূৰা কৰিব খুজিছোঁ। আজি তাৰ কাৰণে উপযুক্ত হোৱা নাই। এই বাবেই তাক আমি সামাজিক ক্ষেত্ৰত কাৰ্য্যকৰী কৰিব পৰা নাই। ইয়াকে ভাবি তেওঁ নিজৰ মনক 'এড্জাষ্ট' কৰি লৈছিল। সেয়েহে বাইবেলৰ অধ্যয়নো চলে আৰু অস্ত্ৰ ব্যৱহাৰো চলে। তেওঁৰ মনত কোনো ভণ্ডামি নাই। গান্ধীজীয়ে আমাক যি অহিংসাৰ মন্ত্ৰ দি থৈ গৈছিল, তাৰো ঠিক এই গতিয়েই হৈছিল। কিছুমানে যে তাক একাঙ্গী বুলি আগতেও ভাবিছিল, এতিয়াও ভাবিছে আৰু তেনে ভাবি এৰিছেও। আনবিলাকে তাক আগতো ভাল বুলি ভাবিছিল আৰু আজিও ভাল বুলিয়েই ভাবিছে। কিন্তু তাক যেতিয়া দৈনন্দিন ব্যৱহাৰত খটুৱাব লগা হ'ল, তেতিয়া তাৰ অমুক ভাগ বাদ দিব বুলি ভাবি বাদ দিছে। ইয়াৰ একো পাপ-পুণ্য নাইনে বুলি যেতিয়া সোধা যায় তেতিয়া তেওঁলোকে কয়

যে প্ৰত্যক্ষ ভাবে কথা-বতৰা হোৱাৰ পিচত আমাৰ যি অভিজ্ঞতা হৈছে—তাৰেই ভিত্তিত ক'ব খোজোঁ। যে ইয়াত পাপ অৱশ্যেই হয়, কিন্তু সেই পাপ নেথাকিলে দেখোন চলাই টান। "এইখিনি পাপ আমাৰ সামাজিক দায়িত্বৰ লগত জড়িত আছে। "লেচাৰ ইভিল" ক্ষুদ্ৰ দোষ আছে। তাকে যদি আমি নকৰোঁ। তেন্তে "গ্ৰেটাৰ ইভিল'ৰ ডাঙৰ দোষৰ বোজা মূৰ পাতি লব লাগিব।' ইয়াকে ভাবি তেওঁলোকে ডাঙৰ পাপৰ পৰা হাত সাৰিবলৈ সৰু পাপ কৰে।

## হিংসাৰ পৰা বিদায় লোৱাৰ মুহূৰ্ত্ত আহিয়েই

মই বহুতো বাৰ কৈছোঁ আপোনালোকে .য অহিংসাৰ আদৰ্শ মানে এইটো বৰ ভাল কথা। আজি নহয় কালিলৈ আপোনালোক যে এইফালে আহিব এইটোত আমাৰ দৃঢ় বিশ্বাস আছে। সম্প্ৰতি আপোনালোকে যি কৰিছে তাক যদি আমি ভ্ৰান্তিমূলক বুলি কওঁ তেন্তে তাৰ পৰা একো লাভ নহ'ব। কিয়নো, আমিহে ভ্ৰান্ত কথা কৈছোঁ বুলি হয়তো আপোনালোকে ক'ব।পাৰে। আপোনালোকৰ ধাৰণা ভ্ৰান্ত বুলি ক'বলৈ আমাৰ যিমানখিনি অধিকাৰ আছে, সিমানখিনি অধিকাৰ আমি ভ্ৰান্ত বুলি ক'বলৈকো আপোনালোকৰ আছে। এই কাৰণে আমি তাৰ বিষয়ে আৰু আলোচনা নকৰোঁ। কিন্তু আমাৰ মনত এনেকুৱা লাগিছে যে এইদৰেই আমি যদি কৰি গৈ থাকোঁ তেন্তে আমি ক'তো ওলাবগৈ নোৱাৰিম। প্ৰাচীন কালৰে পৰা আজিলৈকে আমি ইয়াকে কৰি আহি আছোঁ। ইয়াৰ দ্বাৰাই অহিংসাৰ বেৰা পাৰ নহয়। আমি এদিন নহয় এদিন হিংসাৰ পৰা বিদায় ল'বই লাগিব। সেই দিনটো আহিয়েই হৈছেনে নাই আপোনালোকে ভাবি চাওঁক। আমাৰ হলে এনেকুৱা লাগিছে যে সকলো ধৰ্ম্ম আচৰণ কৰাৰ কিবা

সময় আছে যদি তেন্তে সি আজিয়েই। ইয়াৰ আগত নাছিল, কাৰণ সি হাতৰ পৰা এবাৰেই গৈছে। এই ক্ষণটো এতিয়া আমাৰ হাতৰ মুঠিত। আমি যাক ঠিক ধৰ্ম বুলি ভাবোঁ তাক আচৰণ কৰিবৰ কাৰণে আমাৰ হাতত একমাত্ৰ সময় এইটোৱেই। এই ক্ষণটো আমি হেৰুৱাইছোঁ আৰু আগলৈ আমি ইয়াক কৰিম বুলি আশা বুকত বান্ধি হে তাকো হেৰুৱাইছোঁ, ইয়ো মোৰ এক প্ৰকাৰৰ মোহেই। "সেই মোহ নেথাকিবও পাৰে আৰু আপোনালোকে কোৱাৰ দৰে 'ৰিয়েলিজিম' (বস্তুবাদ) হ'ব পাৰে। কিন্তু বাস্তৱ ক্ষেত্ৰত দুয়োফালৰ পৰা অহিংসাৰ ওপৰতেই হে প্ৰত্যক্ষ প্ৰহাৰ চলিব লাগিছে। যি সকলে অহিংসাৰ ওপৰত আস্থা ৰাখিছিল তেওঁলোক ব্যৱহাৰিক কাৰণত পৃথক হৈ প'ল। আন কিছুমানে আকৌ কয় যে আমি যি কৰিছো সিয়েই আজি অহিংসাৰ আচল ৰূপ। তেওঁলোকেও অহিংসাৰ ওপৰত প্ৰহাৰ কৰাই হৈছে। স্বৰাজ লাভৰ পিচত সম্প্ৰতি দুয়ো পক্ষৰ পৰা হিংসাই যথেষ্ট বল পাইছে। ইয়াৰ সন্মুখীন আমি নিশ্চয় হ'ব লাগিব।

## সৌম্যৰ পৰা সৌম্যতৰ আৰু সৌম্যতমৰ ফালে

তাৰ সন্মুখীন হ'বলৈ আমি কিছু নহয় কিছু আঁচনি তৈয়াৰ কৰিবই লাগিব। ইয়াৰ প্ৰথম আঁচনি হব আমি লাহে লাহে সৌম্যৰ পৰা সৌম্যতৰ ফালে ঘোৰাটো, তাৰ পিচত আকৌ সৌম্যতৰৰ পৰা সৌম্যতমৰ ফালে যাব লাগিব। এই বিষয়ে আগত কেইবাৰাৰো কোৱা হৈছেই। আজি পশ্চিমবঙ্গৰ চাৰু বাবুৰ পৰা এখন চিঠি পাই মই আচৰিত হৈছোঁ। আজি-কালি গ্ৰামি দিনে দুবাৰকৈ পদ-যাত্ৰা কৰিবলৈ লোৱা দেখি বহুতেই চিন্তান্বিত হৈছে। এটা হৈছে দেহৰ কথালৈ সকলোৱেই ভাবে। আনকি কেতিয়াবা কেতিয়াবা মৰো ভাবিব লগাত পৰে। কিন্তু চাৰু বাবুৰ চিঠিত চিন্তাৰ কোনো চিন

নাই। সেই চিঠিখনে মোৰ মনোযোগ আকৰ্ষণ কৰিছে। তাত লিখিছে "আপুনি যে দিনে ছুবাৰকৈ ফুৰিবলৈ লৈছে তাৰ দ্বাৰাই মই এইটোকেই বুজিছোঁ যে আপুনি সৌম্য সত্যাগ্ৰহক সৌম্যতৰ সত্যাগ্ৰহলৈ পৰিণত কৰিছে—এই কথাটো উপলব্ধি কৰিব পাৰি আমি অন্তৰত বল পাইছোঁ।" ইয়াক পঢ়ি বৰ ভাল লাগিছে। আমি সৌম্যৰ পৰা সৌম্যতৰ কালে যোৱাৰ কথা ভাবিয়েই এনে কৰিছোঁ বুলি কব নোৱাৰোঁ। কিন্তু সৌম্য-তৰৰ কালে যোৱাৰ ইচ্ছা হ'লে নিশ্চয় আছে। আৰু ই হৈছেও। ব'ত এটা দিন পূৰা ভাবে থাকি সম্পূৰ্ণ শক্তি লগাব পাৰে তাত, আধা দিন থাকি সিমান শক্তি লগাব নোৱাৰি। ভাবধাৰা বুজায়েই তাৰ পৰা যাবই লাগিব। তাৰ পিচত কি হয়? আমি গধূলি প্ৰায় পাঁচ মান বজাত বাহৰ পাওঁগৈ। চাৰে পাঁচ বজাৰ পৰাই সভা আৰম্ভ হয়। সভা, সাহিত্য বিক্ৰী, চহী আদিৰ কাম সাত বজাত শেষ হয়। চাৰে সাতোটাত আমি খোৱা-বোৱা কৰোঁ। কোনো মতে আধা ঘণ্টা গাৱঁৰ বাইজৰ লগত কথা হ'বলৈ পাওঁ। ওৰে দিনটো তাত থাকিলে কিছু নহয় কিছু শক্তি খৰচ কৰিবই লগাত পৰে। অলপ হেচাও পৰে। আৰু বহুতো কিবা কিবি হ'ব পাৰে। কিন্তু আজি কেৱল ভাব-ধাৰাটোহে বুজাই দিয়া হৈছে—আধা বা পৌণে ঘণ্টাৰ ভিতৰতে হৈ যায়। তাৰ পৰা আকৌ অন্য ঠাইলৈ যোৱা হয়। ই প্ৰত্যক্ষ ভাবে সৌম্যতৰেই কথা হৈ পৰিছে। মই এইটোকেই কব খুজিছিলোঁ যে সৌম্যতৰ অৰ্থ মোৰ মনত আৰু অলপ পৰিষ্কাৰ হৈছে। সি অৱশ্যে গীতাত আছে, পিচে থাকিলেই যেনিবা গীতাকনো আমি বুজোঁ কেই-জনে? লাহে লাহে, অলপ-অচৰপ বুজিবলৈ আৰম্ভ কৰা হৈছে। এই কাৰণেই সেই গ্ৰন্থখনি গোটেই জীৱনৰে কামত আহে। একেবাৰতে বুজি পোৱা হলে তাৰ ব্যৱহাৰ নহলেইহেঁতেন।

## প্ৰতিকূল স্বৰূপ ক্ৰিয়ালৈ আগ্ৰহ থাকিব নেলাগে

যাক আমি ক্ৰিয়া বুলি কওঁ সি ভাব-ধাৰাক কাৰ্য্যকৰী ৰূপ দিয়াৰ উপকৰণ। যেনেকৈ ভাব-ধাৰাক ৰূপায়িত কৰি তুলিবলৈ ভাব-ধাৰাৰ অৱতৰণৰ কাৰণে সি এটা উপকৰণ, সেইদৰেই সি ভাবধাৰাৰ ফলো। আপোনালোকে যদি ভূদান দিয়ে তেন্তে তাৰ দ্বাৰাই আপোনা-লোকৰ উদাৰতা বাঢ়িব। আপোনালোকৰ উদাৰতা বঢ়াৰ ফল স্বৰূপেহে আপোনালোকে ভূদানো দিয়ে। অৰ্থাৎ ক্ৰিয়া বিচাৰ-সিদ্ধিৰ উপকৰণ আৰু ক্ৰিয়া বিচাৰ-সিদ্ধিৰ ফলো। যিমান অংশত সি বিচাৰ-সিদ্ধিৰ উপকৰণ সিমান অংশত তাৰ ওপৰত আমাৰ দায়িত্বও থাকিব লাগে। যিমান অংশত ক্ৰিয়া বিচাৰ-সিদ্ধিৰ ফল সিমান অংশৰ প্ৰতি আমাৰ আগ্ৰহ থাকিব নেলাগে। মোৰ চিন্তাৰ ফল স্বৰূপে ৫ কোটি একৰ মাটি পাব লাগে বুলি স্থিৰ কৰিছোঁ। কিন্তু ই ফল। এই কাৰণে সেই দান-প্ৰাপ্তিৰ ক্ৰিয়ালৈ আমাৰ আসক্তি জন্মিব নেলাগে। দানৰ মূলতত্ত্ব অৰ্থাৎ সমবিভাজনৰ আচল তত্ত্ব মানুহে বুজিব লাগে। মই যদি বুজোঁ তেন্তে সি মোৰ জীৱনত বিকশিত হ'ব, আৰু অন্যান্য মানুহৰ জীৱনতো বিকশিত হ'বই। তেওঁলোকে যেতিয়া ইয়াৰ তত্ত্ব বুজি পাব তেতিয়া ইয়াৰ ফলো হাতে হাতে পোৱা যাব। তাৰ্লৈও আমাৰ বেছি আগ্ৰহ নাই। মই অকল বিচাৰ-ধাৰাহে বুজিবলৈ চেষ্টা কৰিম আৰু আনকো বুজাম। যিমানখিনি ক্ৰিয়া বিচাৰ-সিদ্ধিৰ উপকৰণ হয়, সিমান খিনিৰ ওপৰত হে জোৰ দিম। যেনে পদ ব্ৰজে ভ্ৰমণ কৰা। মই যদি নুফুৰিলোঁ হেঁতেন তেন্তে বিচাৰধাৰাও বুজাব নোৱাৰিলোহেঁতেন। এই কাৰণেই মই পদ-ব্ৰজে ফুৰিবলৈ আগ্ৰহ কৰিছোঁ আৰু ইয়াৰ কাৰণে সি অতি আৱশ্যকীয়ও হৈ পৰিছে। কিন্তু যদি দান প্ৰাপ্তিৰ আগ্ৰহহে ৰাখিলোহেঁতেন তেন্তে সি পৰিণাম স্বৰূপ ক্ৰিয়া হ'লহেঁতেন। "প্ৰত্যেকৰে ওচৰলৈ গৈ বঢ়াই-

বুজাই ইমানখন দান-পত্ৰত চহী কৰাই লব লাগে বুলি যদি মই এই কামতে লাগিলোহেঁতেন তেন্তে সি সৌম্য কাৰ্য্য নহ'লহেঁতেন। তাত ফল প্ৰাপ্তিৰ আগ্ৰহ থাকিবই। কোনটো ক্ৰিয়া বিচাৰ-সিদ্ধিৰ উপকৰণ আৰু কোনটো বিচাৰ সিদ্ধিৰ পৰিণাম আৰু কোনটোৰ প্ৰতি আমি আগ্ৰহ ৰাখিব লাগে ইয়াক মই পৰিষ্কাৰভাবে বুজাব পাৰিছোঁ নে নাই কব নোৱাৰোঁ। কিন্তু মোৰ মনত হলে এনে ধৰণৰ ভেদ-ভাবে ঠাই পাইছে।

## শুদ্ধ বিচাৰ কৰা আৰু কোৱাটো বৰ ডাঙৰ কাম

ইয়াৰ পৰিণাম নিবৃত্তি-মাৰ্গত হয়গৈ বুলি বহুতে আশঙ্কা কৰিছে। কিন্তু নিবৃত্তিয়ে আগৰে পৰাই মোৰ মনত থিতাপি লৈ থকাৰ বাবে মোৰ হলে সমূলি ভয় লগা নাই। এতিয়া বেছি নিবৃত্তি অহাৰ আশাও অতি ক্ষীণ হৈ পৰিছে। সেয়েহে মোৰো ভয় নাইকিয়া হৈছে। কিন্তু মই এইটো ভালদৰে জানো যে যি কোনো কামলৈ অতিৰিক্ত আসক্তি জন্মিব নেলাগে। সাধনাৰূপী কামৰ প্ৰতি অৱশ্যে আসক্তি থাকিব লাগে, কিন্তু তাৰ পিচৰ কামখিনি সমাজে কৰিব। সমাজৰ ফালৰ পৰা যি কাম হয়, সেই কামৰ প্ৰতি থকা আগ্ৰহক আমি আমাৰ মনৰ পৰা দূৰ কৰিব লাগিব। এনেকুৱা আগ্ৰহ আগৰে পৰাই মনত আছিল বুলি মানি লব নোৱাৰি। কিন্তু য'ত এটা সামূহিক কাম আৰম্ভ হয়, তালৈ কোনো সঙ্কল্পও আহে। সেইবিলাক হৈছে সামূহিক সঙ্কল্প। ইয়াত কোনো বিশেষ দোষ নাই। কিন্তু লাহে লাহে এই প্ৰক্ৰিয়াৰ যি পৰিণাম দেখা গৈছে, তালৈ চাই ইয়াৰ দ্বাৰাই অধিক সৌম্য প্ৰক্ৰিয়া অৰ্থাৎ য'ত ক্ৰিয়াৰ তীব্ৰতা কম হব আৰু বিচাৰ-ধাৰাৰ প্ৰক্ৰিয়া বেছি হব, এনেকুৱা কাৰ্য্য-পদ্ধতি আমি লাহে লাহে হব লাগিব। তাৰ মানে

হৈছে এই যে কোনো শুদ্ধ-বিচাৰ ধাৰাৰ বিষয়ে চিন্তা কৰোঁতে, বুজোতে ব্যক্তিগত ৰূপে তাক কামত খটুৱাওঁতে আৰু আনক বুজাওঁতে আমাৰ কাম সম্পূৰ্ণ হব লাগে। চিন্তা কৰা আৰু বুজাটো বৰ ডাঙৰ কাম। আমি যদি আমাৰ কাৰণে অন্ততঃ এইখিনিও কৰি লওঁ আৰু আমাৰ মনত কোনো প্ৰকাৰৰ মোহ থাকিবলৈ নিদিওঁ, শুদ্ধ বিচাৰধাৰাৰ দৰ্শন আমাৰ হয় তেন্তে মই ভাবোঁ যে শতকৰা ৯০ ভাগ কাম হৈ উঠিছে। মোহৰ কিছু অংশ থাকি যায়। শুদ্ধ বিচাৰ-ধাৰাৰ কথা কোৱা আৰু সেই বিষয়ে চিন্তা কৰাটো বৰ ডাঙৰ কাম। তথাপি যেতিয়া সেই বিচাৰ-ধাৰা মনলৈ আহি যায় আৰু সেই মতে কামো হব লাগে। দেশ পৃথিৱী তথা সমাজৰ কাম এই কাৰণেই বন্ধ হৈ আছে। পৃথিৱীৰ নিজা কামতকৈ আমাৰ দ্বাৰাই হব লগীয়া কাম পৃথক আছিল কিন্তু আমাৰ ভৱিষ্যতে হব পৰা কাম আৰু যিটো বন্ধ হৈ আছে তাৰো শত-কৰা ৯০ ভাগেই আমি বিচাৰ-ধাৰাত পৰিষ্কাৰ হব নোৱাৰা বাবেই বন্ধ হৈ আছে। মোহৰ আৱৰণ, কিছু অংশ বৈ গৈছে। আমি আগতে কৈয়েই আহিছোঁ যে শুদ্ধ বিচাৰ-ধাৰাৰ বিষয়ে ভবা আৰু সেই সম্পৰ্কে কোৱাটো বৰ ডাঙৰ কাম। তথাপি বিচাৰ-ধাৰা মনলৈ আহিল যেতিয়া সেই মতে কামো হব লাগে। ইয়াৰ পিচত আনৰ প্ৰতি আমাৰ কৰ্ত্তব্য হব এই বিচাৰ-ধাৰাটো তেওঁলোকক ভালকৈ বুজাই দিয়াটো ইয়াৰ আগতে আমাৰ তেনে কোনো কৰ্ত্তব্য নেথাকে। এই কাৰণে যদি আমি বেছি বিচাৰ-পৰায়ণ হওঁ আৰু কামৰ মৰ্যাদা ঠিক মতে বুজোঁ তেন্তে অহিংসা বেছি ব্যাপক হৈ উঠিব বুলি আমাৰ মনে ধৰে। অৰ্থাৎ ভূমি দানক এৰি নিদি, সেই ভূমিকাক নিজৰ বিচাৰ-সিদ্ধিৰ উপকৰণ স্বৰূপে ধৰি লৈ বাকী পৰিশুদ্ধ অহিংস বিচাৰ-ধাৰাক হে পৃথিৱীত প্ৰচাৰ কৰিব লাগে আৰু তাৰ কাৰণে যিমান চিত্ত-শুদ্ধি কৰিবলৈ, যিমান তপস্যাৰ আৱশ্যক

হব, তাকো আমি নিজে নিজে কৰাটোৱেই আমাৰ কাম হব লাগে। যদি এয়ে হয় তেন্তে আমি ভাবোঁ যে আমি আৰু একাকী হৈ থাকিব নেলাগিব। এই বিচাৰ প্ৰৱাহত, ভূদানৰ প্ৰৱাহত আমি যিমান মানুহ আকৰ্ষণ কৰি আনিছোঁ তাতোকৈয়ো বহুত বেছি মানুহ আমি আকৰ্ষণ কৰি আনিম আৰু তেওঁলোকেও ভূদানৰ কামত প্ৰবৃত্ত হব লাগিব।

## সৰ্ব্বোদয় মণ্ডলীৰ কল্পনা

ওপৰোক্ত কামৰ কাৰণে কোনো আচনি আদি কৰিব পৰা যাবনে নেযায় এই সম্পৰ্কে চিন্তা মনলৈ আহিল। ইয়াৰ পিচত এনেকুৱা লাগিল যে প্ৰত্যেক ভাষাৰ ভেটিত গঢ়া প্ৰদেশ আৰু হিন্দী ভাষা-ভাষী প্ৰদেশ বিলাকৰো প্ৰত্যেকতে যদি সৰ্ব্বোদয় মণ্ডল গঠন কৰা যায় তেন্তে তাৰ পৰা কিছু লাভ হব। এই সৰ্ব্বোদয় মণ্ডলবিলাকক ব্যৱস্থিত ভাবে গঠন কৰাৰ কথা মোৰ মনত খেলাইছে, যদিও সংগঠনৰ ওপৰত মোৰ সিমান শ্ৰদ্ধা নাই। ব্যক্ত ৰূপেই হওক বা অব্যক্ত ৰূপেই হওক সি হব লাগে, যদি ব্যক্ত ৰূপেই হয় তেন্তে তাৰ নিয়ম বেছি কটকটীয়া হব নেলাগে। তাত যিবোৰ মানুহ লোৱা হব তেওঁলোকে শুদ্ধ বিচাৰ কৰোঁতা অৰ্থাৎ শুদ্ধ বিচাৰৰ কাৰণে চেষ্টা কৰোঁতা আৰু সৰ্ব্বভূত-হিতত বিশ্বাস ৰাখোঁতা, নিষ্কাম কৰ্ম্মৰ সাৰ্থক আৰু পক্ষাতীত, আমাৰ পক্ষাতীত বিচাৰ-ধাৰাত শ্ৰদ্ধা ৰাখোঁতা হব লাগে। শ্ৰদ্ধা মানে হৈছে এইটো যে তেওঁ সেই অনুসৰি কাম কৰিবলৈ চেষ্টা কৰিব। এনেকুৱা শ্ৰদ্ধা থকা লোকক লৈ সৰ্ব্বোদয় মণ্ডলী গঠন কৰিব পাৰি। ধৰ্ম্মৰ কাৰণে ইংৰাজীত যিটো শব্দ আছে সি বৰ মহত্বপূৰ্ণ শব্দ। তেওঁলোকৰ ধৰ্ম্মক "ফেইথ" বোলে। এটা হিন্দু ফেইথ্ আছে আৰু এটা হিন্দু "থট্" আছে। 'হিন্দু থট্'ক কেইজনমান মানুহে বুজে। কিন্তু 'হিন্দু ফেইথ্' লাখ লাখ মানুহৰ

আছে। এই দৰেই ইচলাম আৰু ফেইথ্ আছে। 'ফেইথ'ত লাখ লাখ মানুহ আছে, বিচাৰ-ধাৰাত কেইজনমান হে মাত্ৰ মানুহ আছে আৰু কৃতিত তাতোকৈয়ো কম মানুহ আছে। স্থূল আচাৰ-নীতিত এনেয়ে কম মানুহ থাকে, কিন্তু বিচাৰ পূৰ্ব্বক কৰা কৃতিত তাতোকৈয়ো কম মানুহ থাকে। ধৰ্ম্মৰ কাৰণে যে এই ফেইথ শব্দটো আছে সি বৰ ভাল শব্দ। সৰ্ব্বোদয়ৰ কাৰণে যাৰ মনত 'ফেইথ' আছে এনেকুৱা পাঁচ বা দহজন মানুহ লৈ এই মণ্ডলী গঠন কৰিব পাৰি। তেওঁলোকে কোনো বিশেষ বিষয়ৰ সম্পৰ্কে চিন্তা কৰি এক শুদ্ধ বিচাৰৰ ৰূপত বাইজৰ আগত দাঙি ধৰিব। যদি সন্মিলিত ভাবে কিবা উত্থাপন কৰিব খোজে তেন্তে কৰিব। নহলে আলোচনা লৈ কৰি দিহা-দিহি গৈ কামত লাগি যাব লাগে। এনেকুৱা সৰ্ব্বোদয় মণ্ডল গঠন হ'লে ভাল হ'ব। এই দৃষ্টিৰ বিকাশৰ কাৰণে সম্ভৱ ই লাভদায়কেই হব।

ভৱিষ্যতলৈ এই আন্দোলনক আমি জন-সাধাৰণৰ ওচৰলৈ লৈ যোৱাৰ সঙ্কল্প যিমানেই কাৰ্য্যকৰী কৰি গৈ থাকিম, সিমানেই আজি আমাৰ যিবিলাক সমিতি আছে সেই বিলাকো ভাগি যাব আৰু নিজৰ নিজৰ শক্তি অনুসৰি বেলেগ বেলেগ কাম কৰিবলৈ ধৰিব। উপদেশ পৰামৰ্শ আদি লব লগা হলে সৰ্ব্বোদয় মণ্ডলীৰ পৰাই লব পাৰিব। তেওঁলোকৰ উপদেশ পৰামৰ্শ যে মানিবই লাগিব এনে আগ্ৰহ সৰ্ব্বোদয় মণ্ডলে ৰাখিব নেলাগে। তেওঁলোকৰ পৰামৰ্শ নেমানিলে যে কিবা দণ্ড হব এনে কোনো কথাও নেথাকিব। ইয়াৰ এটা নৈতিক মূল্য আছে। সেই নৈতিকতাৰ কাৰণেই হে মানুহে সৰ্ব্বোদয় মণ্ডলীৰ পৰামৰ্শ আদি লব। বুদ্ধি-পৰামৰ্শ বিচাৰিলেতো দিয়া যাবই, নিবিচাৰিলেও দিয়া যাব। এই দৰেই যদি কিবা আৰম্ভ হয় তেন্তে এই বিচাৰ-ধাৰাৰ কাৰণে অনুকূল নিশ্চয় হ'ব যেন লাগে।

ধৰ্ম্মপুৰী, ৪-৮-৫৬

# পৰিশিষ্ট—১

## শান্তি-সেনাৰ প্ৰতিজ্ঞা পত্ৰ

পূজ্য বাবা,

মই শান্তি-সেনাৰ নিম্ন লিখিত ছয় সূত্ৰীয় প্ৰতিজ্ঞা পত্ৰত চহী কৰিছোঁ—

(১) মই মোৰ জীৱনত সত্য, অহিংসা আৰু অপৰিগ্ৰহক যথাশক্তি পালন কৰিম।

(২) মই নিষ্কাম ভাবে অৰ্থাৎ কোনো ফললৈ কামনা নকৰি সেৱা কৰি যাম।

(৩) মই কোনো ক্ষমতা প্ৰাপ্তি সম্বন্ধীয় বা দলগত ৰাজনীতিত প্ৰত্যক্ষ বা অপ্ৰত্যক্ষ, সক্ৰিয় বা নিষ্ক্ৰিয় ভাবে ভাগ নলওঁ; কিন্তু সকলো ব্যক্তিৰ; তেওঁ কোন দলৰ মানুহ তাক বাচ-বিচাৰ নকৰি সদায় সকলোৰে সেৱাত আত্মনিয়োগ কৰিম।

(৪) মই জাতি, ধৰ্ম্ম বা শ্ৰেণী ভেদ নেমানো।

(৫) মই ভূদানৰ কাৰণে অত্যধিক সময় দিম আৰু সম্পূৰ্ণভাবে চিন্তা কৰিম।

(৬) শান্তি-সেনাৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে মই মোৰ জীৱন উছৰ্গা কৰিবলৈ সদায় প্ৰস্তুত হৈ থাকিম।

স্থান… … … … … … …

তাৰিখ… … … … … …… চহী… … … …

ঠিকনা… … … … … ……

প্ৰস্তাৱিত কাৰ্য্য ক্ষেত্ৰ… … … …

# পৰিশিষ্ট—২

## সম্মতি-দান পত্ৰ

গ্ৰামদান মূলক আৰু গ্ৰামদান প্ৰধান অহিংসাত্মক সমাজৰ অৰ্থাৎ সৰ্ব্বোদয় সমাজৰ বিচাৰ-ধাৰা আমি সৰ্ব্বান্তঃকৰণেৰে সমৰ্থন কৰিছোঁ। তাৰ প্ৰাপ্তিৰ কাৰণে গ্ৰাম-স্বৰাজ্যৰ আঁচনি, শান্তি-সেনা স্থাপনা আদি যিবোৰ কাম কৰিবলৈ সৰ্ব্বোদয় মণ্ডলে ভাবিছে তাত আমাৰ সম্পূৰ্ণ সম্মতি আছে। উক্ত কামত যথা শক্তি সহায় কৰিবলৈ আমি সাজু আছোঁ। তাৰে চিন স্বৰূপে আমাৰ পৰিয়ালৰ পৰা হাতে কটা এনেছা সূতা, এটা নাৰিকল বা সিমান মূল্যৰ আন কিবা বস্তু সৰ্ব্বোদয় মণ্ডলীক আমি প্ৰতি মাহে দি থাকিম।

চহী… …

থকা ঠাই… … … … … … …

পূৰা নাম… … … … … … …

ঠিকনা… … … … .. … ..

# পৰিশিষ্ট—৩

## শান্তি-সেনাৰ নিবেদন

ভাৰত স্বাধীন হবৰ যদিও আজি ১০ বছৰ হ'ল তথাপি আমি এতিয়া লৈকে গ্ৰাম-ৰাজ্যৰ সপোন দিঠকত পৰিণত কৰিব নোৱাৰিলোঁ। আমি ইয়াৰ কোনো সন্ধান ৰাষ্ট্ৰীয় চৰকাৰৰ নীতি বা কাৰ্য্যসূচীত অথবা গান্ধীজীৰ অনুগামী সকলে দিনৌ কৰি থকা গঠনমূলক কাৰ্য্য-সূচীৰ দ্বাৰাও নেপালোঁ। ইতি সময়তে ভূদান আন্দোলন সৰ্ব্বব্যাপী অন্ধকাৰত ৰূপালী

যেখাৰ দৰে প্ৰস্ফুটিত হৈ উঠিল। ভূদানে আজি ছৰছৰৰ পিচত গ্ৰাম-দানৰ পথ প্ৰশস্ত কৰি তুলিছে। গ্ৰাম-দানৰ কামত যিমানেই আগ-বাঢ়ি যোৱা হৈছে সিমানেই গ্ৰামৰাজৰ নক্সাও স্পষ্ট হৈ যাব ধৰিছে। গ্ৰাম-ৰাজ আজি সপোন হৈ থকা নাই। এতিয়া ই বাস্তৱত পৰিণত আৰু অনুভূত হ'ব পৰা হৈছে।

আজি গোটেই পৃথিৱীতে চৰকাৰী যান্ত্ৰোনৰ মেৰপাকত গোমাই সমাজ জুকলা হৈ পৰিছে। সেই যান্ত্ৰোনৰ মাজত থাকি ব্যক্তিৰ পূৰ্ণ তথা অনিয়ন্ত্ৰিত বিকাশ হোৱাটো সম্ভৱপৰ নহয়। সৰ্ব্বব্যাপী হিংসা আৰু শোষণ দিনক দিনে বাঢ়িবই লাগিছে। ইয়াৰ পৰা ব্যক্তি তথা সমাজক মুক্ত কৰিবলৈ আৰু গ্ৰাম-দানৰ ভিত্তিত প্ৰতিষ্ঠিত অহিংসাত্মক সামাজিক ব্যৱস্থা স্থাপিত কৰিবৰ কাৰণে আৰু সম্পূৰ্ণ নতুন দৃষ্টিকোণেৰে প্ৰভাৱশালী কাৰ্য্য সংগঠন কৰিব লাগে। অহিংসাত্মক তথা শোষণমুক্ত সমাজ প্ৰধানকৈ বিধান-মণ্ডলী বা চৰকাৰৰ দ্বাৰাই স্থাপনা কৰিব কেতিয়াও পৰা নেযাব। সেই বিপ্লৱ কেৱল মাত্ৰ জন-সাধাৰণৰ দ্বাৰাইহে সম্ভৱ হ'ব। ৰাজ্য আৰু বৰ্ত্তমানৰ সামাজিক ব্যৱস্থা তিনিটা কথাৰ ওপৰত ভিত্তি কৰি চলে। (১) বেলট বাকচৰ দ্বাৰাই জনসাধাৰণৰ পৰা পোৱা সম্মতি, ইয়েই ৰাজ্যৰ ৰাজনৈতিক শক্তিৰ আধাৰ হৈ পৰিছে। (২) জনসাধাৰণে দিয়া বিভিন্ন কৰ-কাটল। ইয়াৰ দ্বাৰাই ৰাজ্যৰ ধনৰ ভঁৰাল বৃদ্ধি পাইছে। (৩) সেনা। ই আইন আৰু ব্যৱস্থা প্ৰতিষ্ঠিত কৰি ৰাখিবৰ কাৰণে ৰাজ্যাই দণ্ড দিয়া শক্তিৰ প্ৰতীক। ইয়াৰ ঠাইত যদি অহিংসক প্ৰতীক ৰখা যায় তেন্তে সমাজত সৰ্ব্বোদয় ব্যৱস্থা স্থাপিত কৰিব পৰা যাব। নিষ্ক্ৰিয় মতদানৰ ঠাইত ক্ৰিয়াত্মক সম্মতি দান হব লাগে; কৰ-কাটলৰ ঠাইত সম্পত্তিদান আৰু ভূদান, পুলিচ আৰু সেনাৰ ঠাইত শান্তি-সেনা হ'ব লাগে। ইয়াৰ প্ৰয়োগ কোনো নিৰ্দ্দিষ্ট ঠাইত যিমান

সোনকালে পাৰি, আৰম্ভ কৰি দিব লাগে। সমাজত শান্তি-স্থাপনাৰ কাৰণে যে ৰাজ্যাৰ জন-গণক বিবশ কৰোঁতা কোনো শক্তিৰেই আৱশ্যক নকৰে আৰু ইয়াৰ আধাৰত কোনো নৈতিক গণ-তন্ত্র স্থাপন কৰিব নোৱাৰি— এই কথাটো আমি প্ৰমাণ কৰি দেখুৱাব লাগিব। পুলিচ আৰু সেনাৰ আৱশ্যকতা নাইকিয়া কৰি দিয়াটো আমাৰ কাৰণে সম্ভৱ হ'ব লাগিব। মহান চিন্তাশীলসকলৰ এই সপোন চৰিতাৰ্থ কৰিবলৈ অৰ্থাৎ অহিংসক সৰ্ব্বোদয় সমাজৰ অনুভূতিৰ কাৰণে এইটোৱেই একমাত্ৰ পথ। এই আদর্শৰ কাৰণে নিজৰ জীৱন উছৰ্গা কৰি দিবলৈ প্ৰস্তুত থকা এটা শান্তি-সেনাৰ দল সংগঠন কৰিবলৈ আমি সঙ্কল্প গ্ৰহণ কৰিছোঁ। শান্তি-সেনা সকলে লোক-সেৱকৰ কাৰণে নিৰ্দ্ধাৰিত কৰা প্ৰতিজ্ঞা গ্ৰহণ কৰিব লাগে আৰু শান্তি-সেনাৰ সম্পৰ্কত সৰ্ব্বোদয়-মণ্ডলীৰ আদেশ পালন কৰা আৰু শৃঙ্খলাবদ্ধভাবে যি কোনো পৰিস্থিতিৰে সন্মুখীন হ'বলৈ সাজু থাকিব লাগিব। তলত দিয়া ব্ৰত পাঁচোটাও পালন কৰিব লাগিব।

(১) সত্য, অহিংসা আৰু অপৰিগ্ৰহক যথা শক্তি পালন;

(২) নিষ্কাম সেৱা অৰ্থাৎ কোনো ফললৈ আশা নেৰাখি কৰা সেৱা,

(৩) সকলো দলৰ পৰা বা ক্ষমতা প্ৰাপ্তি ৰাজনীতিৰ পৰা পৃথক হৈ থকা আৰু দলগত কোনো ভেদ ভাব নেৰাখি সকলো মানুহৰে যিমান পাৰি বেছিকৈ সহযোগ প্ৰাপ্ত কৰিবলৈ চেষ্টা কৰা;

(৪) শ্ৰেণী আৰু জাতিভেদ নমনা তথা সকলো ধৰ্ম্মকে সমান দেখা আৰু

(৫) ভূদানৰ কাৰণে অধিকতম সময় দিয়া আৰু সম্পূৰ্ণ চিন্তা কৰা।

এই বচন কেইফাঁকিৰ দ্বাৰাই লোক-সেৱক বান্ধ খাইছে।

শান্তি-সেনাৰ সদস্যসকলে সাধাৰণ অৱস্থাত লোক-সেৱকৰ ৰূপত আৰু বিশেষ পৰিস্থিতিত সৈনিকৰ ৰূপত কাম কৰিব।

আমাৰ এইটোত পূৰ্ণ বিশ্বাস হৈছে যে ভাৰতত সৰ্ব্বোদয় সমাজৰ ব্যৱস্থা এই শান্তি-সেনাৰ যত্নৰ দ্বাৰাই হে হ'ব পাৰিব। ই যি কোনো ভাৰতীয়কে প্ৰেৰণা যোগোৱা এটা গৌৰৱপূৰ্ণ ধ্যেয়। পূজ্য বিনোবাজীৰ প্ৰেৰণাদায়ক পথ-প্ৰদৰ্শণত এই সৈন্যদল সংগঠন কৰিবলৈ পোৱাটো আমাৰ কাৰণে পৰম ভাগ্য বুলি ভাবিছোঁ। এই মহান আৰু পবিত্ৰ যজ্ঞত যোগদান দিবলৈ আমাৰ দেশবাসীক গোহাৰি জনাইছোঁ আৰু এই মহান্ কামৰ কাৰণে আমিও নিজক অৰ্পণ কৰিছোঁ।

(১) কেলপ্পন্ (২) একণ্ডা ৰাবিয়ৰ
(৩) জনাৰ্দ্দন পিল্লৈ (৪) কে, কুমাৰন্
(৫) কে, ৰাজম্মা (৬) কৰ্ত্তা
(৭) শ্ৰীগোবিন্দন্ (৮) শ্ৰীদামোদৰন্ নায়ৰ।

